# Photo Speak : Sibsagar Commerce College



*Principal K.C. Dutta. in chair.*



*Faculty members and Office Staff of the college.*



*Editorial Board of the college Magazine.*
Sitting ( L to R) Pankaj Hazarika, Renu Devi, Principal K.C. Dutta, S. K. Karmakar, P.N. Sarma
Standing (L to R) Indrasekhar Sarma, Shyamaljit Gogoi, Bablu Dutta, Pranjal Borbaruah, Akramul Hussain and Nibir Chaliha.



*Students Union of the College.*
Sitting : Principal K.C. Dutta (president)
Standing : (L to R) Bablu Dutta (V.P.), Pranjal Borbaruah(Secy. Major Games), Akrmul Hussain (Secy. Art & Music), Nibir Chaliha (Secy. Social Service), Shyamaljit Gogoi (AGS), Indrashekhar Sarma (G.S)

# শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

# আলোচনী



শ্ৰদ্ধাসহকাৰে

শ্ৰী..........................................................................................................

..........................................................................................................লৈ

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় আলোচনীখন আগবঢ়ালো।

..........................................................

সম্পাদনা সমিতিৰ হৈ

অক্টোবৰ

**The Sibsagar Commerce College Magazine :** *An annual publication of the college published for 2005-2006 year by Sri Indrashekhar Sarmah, General Secretary, Sibsagar Commerce College Students Union and Edited by Sri Shyamaljit Gogoi, Asstt. General Secretary of the Union*. Printed at M/s Printworks, Sivasagar. 

## কাৰ্যকৰী মঞ্চ

বেটুপাতৰ পৰিকল্পনা আৰু অঙ্কন

দেৱাশীষ ভৰালী

অলঙ্কৰণ পৰিকল্পনা

শ্যামলজিৎ গগৈ

মৃগাংক দুৱৰা

প্ৰকাশক

ছাত্ৰ একতা সভা

২০০৫-০৬ বৰ্ষ

অক্ষৰ বিন্যাস

বীৰেন কলিতা

ছপাশাল

প্ৰিন্টৱৰ্কস্

শঙ্কৰ মন্দিৰ পথ

শিৱসাগৰ

দূৰভাষ ঃ ২২২২০৮

## সম্পাদনা সমিতি

# উছৰ্গা

সমূহ ছাত্ৰ-ছাত্ৰী,

শ্ৰদ্ধাৰ শিক্ষাগুৰুসকল

আৰু সন্মানীয় অভিভাৱকসকল

আৰু সমূহ শুভাকাঙ্খীলৈ

সম্পাদক

শ্যামলজিৎ গগৈ



## কৃতজ্ঞতাৰ শৰাই

- জিলা উপায়ুক্ত, শিৱসাগৰ
- শ্ৰদ্ধাৰ অধ্যক্ষ কাৰ্ত্তিক চন্দ্ৰ দত্ত
- শ্ৰদ্ধাৰ সন্তোষ কুমাৰ কৰ্মকাৰ
- শ্ৰদ্ধাৰ ৰেণু দেৱী
- মহাবিদ্যালয়ৰ শ্ৰদ্ধেয় শিক্ষাগুৰুসকল
- শ্ৰদ্ধাৰ পদ্মনাথ শৰ্মা
- শ্ৰদ্ধাৰ পংকজ হাজৰিকা
- ছাত্ৰ একতা সভাৰ সমূহ বিষয়ববীয়া
- মহাবিদ্যালয়ৰ সমূহ কাৰ্যকৰ্তাসকল
- প্ৰিণ্টৱৰ্ক্সৰ কৰ্মকৰ্তাসকল
- ২০০৫-২০০৬ বৰ্ষৰ মহাবিদ্যালয়ৰ আলোচনীৰ সমূহ নিৱন্ধকাৰ
- কাৰ্য্যকালৰ সময়ত দিহা পৰামৰ্শ আগবঢ়োৱা সুপ্ৰিয় অগ্ৰজ, বন্ধু-বান্ধৱসকল

এই সকলোটিলৈকে শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ এই সংখ্যাৰ সম্পাদকৰ কৃতজ্ঞতা যাচিছোঁ।

সম্পাদক
— শ্যামলজিৎ গগৈ








DEPUTY COMMISSIONER
SIVASAGAR, ASSAM
Ph. 03772-222137(O)
222138 (R)
222655 (F)

Dr. K.K. Dwivedi I.A.S

## MESSAGE

It gives me immense pleasure to learn that Student Union of Sibsagar Commerce College is going to publish a magazine. I hope that the magazine will provide a platform to the students to show their talent and creativity. It will also reflect the different colour of the life in the campus. New value system, ethos and emerging social trend will also be reflected through this magazine. I hope that the content of the magazine will inspire and motivate the college students to develop a strong character and re-define their role in the nation - building.

I wish success of the magazine and appreciate the effort of all members behind this noble endevour.

( Dr.K.K.Dwivedi)
Deputy Commissioner,
Sivasagar.

# সম্পাদকৰ একলম



......... মানৱ জীৱনৰ দুখ কষ্ট, আৱেগ-অনুভূতি, সমাজ-ব্যৱস্থা, বিজ্ঞানৰ সূত্ৰ, মানৱ সভ্যতা, ধৰ্মনীতি, ৰাজনীতি, দৰ্শন এই সকলোবোৰ গ্ৰন্থৰ মাজেৰে প্ৰকাশিত হৈ আহিছে আৰু ভৱিষ্যতেও প্ৰকাশ হৈ থাকিব।

কলমৰ ধাৰ তৰোৱালতকৈ বেছি। কলমেই সমাজৰ দুৰ্নীতি আৰু মানৱ জীৱনৰ অন্ধকাৰ দূৰ কৰি পোহৰাই তুলিছে। জীৱিত দেহ আৰু মানৱৰ সৃষ্টি সকলোৰে এদিন মৃত্যু ঘটে। কিন্তু এখন ভাল গ্ৰন্থৰ কেতিয়াও মৃত্যু নঘটে। পৃথিৱী আৰু মানৱ সভ্যতা ধ্বংস হ'লেও গ্ৰন্থৱালিৰ আদৰ্শ কেতিয়াও ধ্বংস নহয়। নিঃসংগতা, হতাশা আদি চৰম দুঃসময়ত এখন ভাল গ্ৰন্থই প্ৰকৃত বন্ধুৰূপে সাহস আৰু প্ৰেৰণা যোগায়। যিদৰে এডাল কম্পাছে জাহাজৰ দিশ নিৰ্ণয় কৰে, সেইদৰে ভাৱ-আদৰ্শৰে চহকী এখন গ্ৰন্থইও মানুহৰ জীৱনত দিশ নিৰ্ণায়কৰ ভূমিকা পালন কৰে।

**শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় ঃ**

১৯৬৯ চনত স্থাপিত শিৱসাগৰ জিলাৰ একমাত্ৰ বাণিজ্য মহাবিদ্যালয়খনিয়ে অসমৰ শৈক্ষিক, আৰ্থিক আৰু সামাজিক দিশত গুৰুত্বপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিছে। ২০০১ চনত নিশা শৰ্মা নামৰ এগৰাকী ছাত্ৰীয়ে উচ্চতৰ মাধ্যমিক পৰীক্ষাত অসমৰ ভিতৰত পঞ্চম স্থান অধিকাৰ কৰি শিৱসাগৰলৈ গৌৰৱ কঢ়িয়াই আনিছিল। বহুতো প্ৰাক্তন ছাত্ৰ বৰ্তমান শিৱসাগৰ নগৰৰ প্ৰতিষ্ঠিত আৰু সফল ব্যৱসায়ী হৈ নিবনুৱা সমস্যা সমাধান কৰাৰ উপৰিও নগৰখনৰ অৰ্থনীতিৰ দিশত যথেষ্ট অৰিহণা যোগাইছে।

সময়ৰ গতিৰ লগত খোজ মিলাই আধুনিক শিক্ষাৰ লগতে এই মহাবিদ্যালয়ে কাৰিকৰী শিক্ষাও প্ৰদান কৰিছে। ডিব্ৰুগড় বিশ্ববিদ্যালয় অনুমোদিত BCA, Data Care Management, Business Communication, Travel & Tourism আদি পাঠ্যক্ৰমৰ উপৰিও সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ বাবে কম্পিউটাৰ শিক্ষা আৰু ফেশ্যন ডিজাইনিং আদিৰ Diploma Course ৰ শিক্ষা দিয়া হৈছে।

**আলোচনীৰ সন্দৰ্ভত ঃ**

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী, শিক্ষাগুৰু আৰু শুভাকাংক্ষীসকলে আগ্ৰহৰে বাটচাই আছিল এখন পূৰ্ণাংগ বাৰ্ষিক আলোচনীলৈ। আলোচনী বিভাগৰ সম্পাদক শ্ৰীকুমাৰ কেশৱ শইকীয়া মহাবিদ্যালয়খনিত বহুদিন অনুপস্থিত থকাৰ বাবে মোক (শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ সহকাৰী সাধাৰণ সম্পাদক ) আলোচনীখনৰ সম্পাদক হিচাপে দায়িত্ব দি এখন সাতজনীয়া সম্পাদনা সমিতি গঠন কৰি দিয়ে আৰু সমিতিৰ সিদ্ধান্ত

অনুসৰি অতি কম সময়ৰ ভিতৰতে আলোচনীখন সম্পাদনা কৰি উলিয়াবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

১/৮/২০০৬ তাৰিখে ছাত্ৰ একতা সাধাৰণ সভাত আলোচনী সম্পাদনা সমিতি গঠন কৰা হয় আৰু দুদিন পাছতেই সম্পাদনা সমিতিৰ চেষ্টাত আলোচনী প্ৰকাশৰ বাবে কাৰ্য্যকৰী ব্যৱস্থা লোৱা হয়। আমাৰ মাননীয় উপদেষ্টাসকলে আমাক প্ৰয়োজনীয় দিহা পৰামৰ্শ দিয়ে আৰু গল্প-প্ৰবন্ধ আদি নিৰ্বাচনত সহায় কৰে যদিও আশা কৰা মতে এখন আলোচনীৰ বাবে ছাত্ৰ-ছাত্ৰীৰ পৰা যি তত্বগধুৰ প্ৰবন্ধ-পাতি পাম বুলি আশা কৰা হৈছিল সময়মতে পোৱা নগ'ল। মই ভৱিষ্যতে সমূহ মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ পৰা তত্বগধুৰ আৰু গঠনমূলক প্ৰবন্ধ-পাতি আলোচনীৰ বাবে যুগুতাই উলিয়াবলৈ অনুৰোধ জনালো। লগতে আমাৰ মহাবিদ্যালয়ৰ প্ৰত্যেক বছৰে আলোচনীখনি যাতে প্ৰকাশ কৰিব পৰা হয় তাৰ কামনা কৰিলো।

সঁচাই মহাবিদ্যালয় এখনিৰ বাৰ্ষিক আলোচনী উলিয়াটো কঠিন কাম আৰু এই গধুৰ দায়িত্ব গ্ৰহণ কৰি মই বিমোৰত পৰিছিলো। কিন্তু ছাত্ৰ-ছাত্ৰী আৰু উপদেষ্টা শিক্ষাগুৰুসকলৰ আন্তৰিক সহায়-সহযোগ পাই আলোচনীখন প্ৰকাশ কৰি উলিয়াবলৈ সক্ষম হ'ম নে নহ'ম বুলি চিন্তিত হৈ পৰিছিলো। সময় কম যদিও উপদেষ্টাসকলৰ আন্তৰিক প্ৰচেষ্টাত আৰু সহযোগিতা পাই সাহস পালো আৰু কম সময়ৰ ভিতৰতে আলোচনী উলিয়াব পাৰিলো। ছাত্ৰ-ছাত্ৰীসকল, শিক্ষাগুৰুসকল আৰু প্ৰাক্তন ছাত্ৰসকলে তত্বগধুৰ প্ৰবন্ধ-পাতি দি উল্লেখযোগ্য বৰঙণি আগবঢ়ালে। তেখেতসকললৈ ছাত্ৰ একতা সভাৰ তৰফৰ পৰা কৃতজ্ঞতা জ্ঞাপন কৰিলো। আলোচনীখনে কিমানদূৰ আনন্দ দিব পাৰে সেইটো বিবেচনাৰ বাবে মই পাঠকৰ হাতত এৰি দিলো।

অৱশেষত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ উজ্জ্বল ভৱিষ্যত কামনা কৰিছো।

' জয়তু শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় '

শ্ৰীশ্যামলজিৎ গগৈ

*সম্পাদক*

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

## সূচীপত্ৰ

### প্ৰবন্ধ শিতান



### গল্প গুচ্ছ

## কবিতা কানন





# অধ্যক্ষৰ মেজৰ পৰা

ড° কাৰ্তিক চন্দ্ৰ দত্ত
অধ্যক্ষ, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

১৯৬৯ চনত প্ৰতিষ্ঠিত হোৱা আমাৰ শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনৰ মহাবিদ্যালয়সমূহৰ উপৰিও অসমৰ ভিতৰতে বাণিজ্য শিক্ষাদানত উল্লেখনীয় বৰঙণি আগবঢ়াই বিশেষ সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। স্থানীয় ছাত্ৰ-ছাত্ৰীসকলৰ লগতে ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা ছাত্ৰ-ছাত্ৰীসকলৰ বাবেও আমাৰ মহাবিদ্যালয়খন এখন আকৰ্ষণীয় শিক্ষা প্ৰতিষ্ঠান ৰূপে বিবেচিত হৈছে। ইয়াৰ মূলতে বিশ্ববিদ্যালয়ৰ নিয়মীয়া বাণিজ্য পাঠ্যক্ৰমৰ উপৰিও ছাত্ৰ-ছাত্ৰীসকলে স্বনিৰ্ভৰশীল হ'ব পৰা নতুন নতুন পাঠ্যক্ৰমৰ প্ৰণয়ন কাৰ্যকৰীকৰণ, শিক্ষাদানৰ ক্ষেত্ৰত প্ৰয়োজনীয় সংশোধন আৰু ছাত্ৰ-ছাত্ৰীসকলৰ জীৱিকাৰ উপায় লৈ বিচাৰ বিবেচনা । এইবোৰ পৰিৱৰ্তন, পৰিৱৰ্দ্ধন আৰু ৰূপায়ণ কৰোতে স্বাভাৱিকতে গোটেই বিশ্বত কোবাল গতিত বৈ যোৱা অৰ্থনৈতিক উদাৰীকৰণ, ব্যক্তিগতকৰণ আৰু বিশ্বায়নৰ (LPG- Economic Liberalisation, Privatisation and Globalisation) প্ৰক্ৰিয়াবোৰৰ কথা আমাৰ মনলৈ আহিছে। আজি আমাৰ সকলো সময়-সচেতন ব্যক্তিয়ে প্ৰতিযোগিতাৰ মাজেদি এটা প্ৰতিষ্ঠান বা কোনো ব্যক্তিৰ উন্নতি বিকাশৰ নীতিত বিশ্বাসী হৈ পৰা প্ৰত্যক্ষ কৰিছোঁ। সময়ৰ এই আহ্বানক স্বীকাৰ কৰি লৈ আমাৰ প্ৰজন্ম তথা আমাৰ ছাত্ৰ-ছাত্ৰীসকল যাতে পাশ্চাত্য সমাজৰ অপসংস্কৃতিৰ পৰা আঁতৰি থাকি নৈতিক চৰিত্ৰ গঠন কৰিবলৈ যত্নশীল হোৱাৰ লগতে যিকোনো প্ৰতিযোগিতাৰ মুখামুখী হৈ সফল হ'ব পাৰে, তাৰ বাবে আমি বিভিন্ন কাৰ্যসূচী লৈছোঁ। এই ক্ষেত্ৰত আমাৰ মহাবিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী, কৰ্মচাৰী আৰু ছাত্ৰ একতা সভাই সহযোগিতা আগবঢ়াইছে। কিন্তু তুলনামূলক ভাৱে অভিভাৱকসকলৰ ভূমিকাই কেতিয়াবা কিছু হতাশা আনি দিয়ে।

আমি বৰ গৌৰৱান্বিত যে আমাৰ মহাবিদ্যালয়খনি বুৰঞ্জীয়ে পৰশা নগৰ শিৱসাগৰৰ বৰপুখুৰীত পাৰত অৱস্থিত। শ্যামল গছ-গছনিৰে ইয়াৰ বৰ্তমান পৰিৱেশটো সঁচাকৈয়ে মনোৰম। দেশৰ বিভিন্ন প্ৰান্তৰ পৰা অহা বিদগ্ধ ব্যক্তিসকল আমাৰ এই মনোমোহা পৰিৱেশটোলৈ সহজেই আকৃষ্ট হৈ পৰে। মহাবিদ্যালয়ৰ পৰিৱেশটো যাতে আৰু উন্নত হয়, তাৰ বাবে ইয়াৰ আন্তঃগাথনি সম্প্ৰসাৰণৰ পৰিকল্পনা লোৱা হৈছে আৰু নিৰ্মাণকাৰ্যও চলি আছে।

আমাৰ মহাবিদ্যালয়খন শৈক্ষিক দিশত পূৰ্বতকৈ উন্নত হৈছে। প্ৰতি বছৰৰ চূড়ান্ত পৰীক্ষাৰ ফলাফলসমূহ আশাব্যঞ্জক আৰু এই ক্ষেত্ৰত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনৰ মহাবিদ্যালয়সমূহৰ ভিতৰত আমাৰখন কলেজে আগশাৰীৰ আসন ল'বলৈ সক্ষম হৈছে। খেলা-ধূলাৰ ক্ষেত্ৰত সীমিত আহিলা-পাতিৰে আমাৰ ছাত্ৰ-ছাত্ৰীসকলে সুনাম কঢ়িয়াই আনিছে। আন্তঃমহাবিদ্যালয় প্ৰতিযোগিতাসমূহত অংশগ্ৰহণ কৰি ক্ৰিকেটত চূড়ান্ত বিজয়ীৰ খিতাপ লাভ কৰিছে। টেবুল টেনিচ, বেটমিণ্টন আদি প্ৰতিযোগিতাসমূহতো উল্লেখনীয় স্থান দখল কৰিছে।

মহাবিদ্যালয়খনত প্ৰতি বছৰ ৰাজ্যিক ভিত্তিত আন্তঃমহাবিদ্যালয় বিজনেচ কুইজ প্ৰতিযোগিতা অনুষ্ঠিত কৰি বাণিজ্য শিক্ষাৰ প্ৰয়োজন আৰু গুৰুত্ব সম্পৰ্কে উপলব্ধি কৰোৱাৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই বিজনেচ কুইজ ছাত্ৰ-ছাত্ৰীকলৰ মাজত বাৰুকৈয়ে জনপ্ৰিয় হৈ উঠাৰ লগতে সমগ্ৰ অসমত আমাৰ মহাবিদ্যালয়খনিৰ সুনাম বৃদ্ধি পাইছে।

আমাৰ মহাবিদ্যালয়খনৰ আৰু এটা অন্যতম দিশ হ'ল আলোচনা চক্ৰ অনুষ্ঠিত কৰা। মহাবিদ্যালয়ৰ বিভিন্ন বিভাগ আৰু মহিলা অধ্যয়ণ কোষৰ যোগেদি বিদগ্ধ সমল-ব্যক্তিসকলক আমন্ত্ৰণ জনাই আলোচনা চক্ৰ অনুষ্ঠিত কৰি ছাত্ৰ-ছাত্ৰীসকলৰ অধ্যয়ণ-স্পৃহা আৰু বৌদ্ধিক পৰিসৰ বৃদ্ধি কৰিবলৈ যত্ন কৰা হয়। প্ৰসংগত উল্লেখনীয় যে আমেৰিকাৰ ৰ'ড আইলেণ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ দিলীপ দত্তদেৱে আমাৰ কলেজত অনুষ্ঠিত আলোচনা চক্ৰত অংশ গ্ৰহণ কৰি আন্তৰ্জাতিক পৰ্যায়ৰ বক্তৃতা প্ৰদান কৰি ছাত্ৰ-ছাত্ৰী তথা সমূহ শিক্ষক-শিক্ষয়ত্ৰীকো উপকৃত কৰিছে। বিগত শিক্ষাবৰ্ষত মহাবিদ্যালয়ৰ ইতিহাসত আৰু এটা উল্লেখনীয় বিদ্যায়তনিক ঘটনা হ'ল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনস্থ মহাবিদ্যালয়সমূহৰ অধ্যক্ষসকলৰ আলোচনা-চক্ৰ এখন অনুষ্ঠিত কৰা। আলোচনাৰ বিষয় আছিল 'বৰ্তমান উচ্চ শিক্ষা ব্যৱস্থাৰ বিভিন্ন উপাদান লৈ বিশ্লেষণাত্মক বিস্তৃত পৰিক্ৰমা।' এই আলোচনা চক্ৰত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ মাননীয় উপাচাৰ্য ডঃ কুলেন্দু পাঠকৰ উপৰিও শৈক্ষিক উপ-পঞ্জীয়ক আৰু কেইবাগৰাকী বিশিষ্ট শিক্ষাবিদে অংশ গ্ৰহণ কৰি আলোচনা-চক্ৰখনিত সৌষ্ঠৱ বৃদ্ধি কৰে। উক্ত আলোচনা চক্ৰখনিত বৰ্তমান উচ্চশিক্ষা ব্যৱস্থাৰ সংস্কাৰ কৰি যুগোপযোগী কৰি তুলিবৰ বাবে কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

ৰাষ্ট্ৰীয় মূল্যায়ণ আৰু প্ৰত্যায়ণ পৰিষদৰ (NAAC) সন্মুখীন

হে আমি ইতিমধ্যেই আমাৰ মহাবিদ্যালয়খনিক B-Grade সন্মানেৰে সন্মানিত কৰিবলৈ সক্ষম হ'লো। অকল বাণিজ্য বিভাগক লৈ পৰিচালনা কৰা এই শিক্ষা প্ৰতিষ্ঠানখনৰ পুঁজি আছিল সীমিত, আন্তঃগাথনি সম্প্ৰসাৰণৰ বাবে মাটি কালিও আমাৰ কম; তথাপি ৰাষ্ট্ৰীয় প্ৰত্যয়ণ পৰিষদৰ দ্বাৰা বি-গ্ৰেড পোৱাৰ বাবে মহাবিদ্যালয়খনৰ শিক্ষক-শিক্ষয়িত্ৰী, কৰ্মচাৰী আৰু ছাত্ৰ-ছাত্ৰীসকল নিঃসন্দেহে প্ৰশংসাৰ পাত্ৰ। প্ৰত্যয়ণ আৰু মূল্যায়ণ পৰৱৰ্তী পৰ্যায়ত IQAC গঠন কৰি প্ৰতিটো শিক্ষাবৰ্ষৰ আৰম্ভণিত পৰিকল্পনা যুগুত কৰি ৰূপায়ণ কৰাৰ প্ৰচেষ্টাও অব্যাহত আছে আৰু প্ৰত্যেক বছৰতে NAAC লৈ বাৰ্ষিক প্ৰতিবেদন পঠিওৱা হৈছে।

বিগত দুটা বছৰত আমাৰ মহাবিদ্যালয়খনৰ আৰু এটা উল্লেখনীয় কাৰ্যসূচী হ'ল সামূহিক উন্নয়ন কাৰ্যসূচী (Community Development Programme) গ্ৰহণ। শিক্ষা আহৰণৰ লগতে ছাত্ৰ-ছাত্ৰীসকলে যাতে কৰ্মসংস্কৃতিৰ যোগেদি সমাজ সেৱাত ব্ৰতী হ'ব পাৰে, তাৰ বাবে শিৱসাগৰৰ পৰা দহ কিলোমিটাৰ নিলগত অৱস্থিত এশ ঊনৈশ ঘৰ নিবাসী পলাশনি নামৰ গাঁও এখনিক আমি আমাৰ কৰ্মক্ষেত্ৰ হিচাবে নিৰ্বাচন কৰি লৈছো। পৰিসংখ্যান পদ্ধতিৰে গাঁওখনিৰ সকলো তথ্য সংগ্ৰহ কৰি প্ৰতিবেদন প্ৰস্তুত কৰা হৈছে আৰু এইখন যাতে এখনি আদৰ্শ গাঁও ৰূপে গঢ় লৈ উঠিব পাৰে, তাৰ বাবে পাঁচটা বিভাগত (শক্তি আৰু বিজুলী, জনস্বাস্থ্য আৰু পানী যোগান, উন্নয়ন, শিক্ষা-সংস্কৃতি আৰু অৰ্থনৈতিক বিকাশ) ভালেমান উন্নয়নমূলক পৰামৰ্শ আগবঢ়োৱা হৈছে। এইখিনি কৰ্ম আঁচনি ৰূপায়ণত মহাবিদ্যালয়ৰ শিক্ষকসকলৰ তত্বাৱধানত বেলেগ বেলেগ গোট গঠন কৰি ছাত্ৰ-ছাত্ৰীসকলক জড়িত কৰোৱা হৈছে। ইয়াৰ বাবে শিৱসাগৰ জিলা প্ৰশাসনে প্ৰয়োজনীয় অনুমোদন জনাইছে আৰু আমি গ্ৰহণ কৰা কাৰ্যসূচীসমূহলৈ সহযোগিতা আগবঢ়াই আহিছে। ইতিমধ্যে পলাশনিৰ ৰাইজক সজাগ কৰিবলৈ স্বাস্থ্য সেৱা, পশু চিকিৎসা আৰু কেবাটিও সজাগতা শিবিৰ অনুষ্ঠিত কৰা হ'ল। লগতে গাঁওখনিৰ যাতায়াত, পানী যোগান, মাটিৰ পট্টাদান, গৃহনিৰ্মাণ, অৰ্থনৈতিক উন্নতিৰ বাবে চৰকাৰী আঁচনিৰ ৰূপায়ণ আৰু বিদ্যুৎ যোগানৰ ব্যৱস্থা কৰাৰ বাবে জিলা কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰি থকা হৈছে।

আলোচনাৰ পাতনিতে উল্লেখ কৰা অনুসৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অনুমোদন ক্ৰমে 2005 চনৰ পৰাই আমি আমাৰ মহাবিদ্যালয়ত BCA ( Bechelor of Computer Application) পাঠ্যক্ৰম প্ৰৱৰ্তন কৰিছোঁ। এইটো ছাত্ৰ-ছাত্ৰীসকলৰ বাবে অত্যন্ত উপযোগী বৃত্তিমূলক পাঠ্যক্ৰম। এই শিক্ষাবৰ্ষৰে ডিচেম্বৰ মাহৰ পৰা PGDCA ( Post Graduate Diploma Course of Computer Application) পাঠ্যক্ৰম আৰম্ভ কৰা হ'ব। আমি আশা কৰা অনুসৰি ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলৰ পৰা সহাঁৰি পাইছো। বিশ্ববিদ্যালয় অনুদান আয়োগৰ (UGC) অনুমোদনক্ৰমে চলিত শিক্ষাবৰ্ষৰ পৰা (1) Data Care Management, 2. Travel & Tourism, 3. Business Communication. এই পাঠ্যক্ৰম তিনিটা আৰম্ভ কৰা হৈছে।

এইবোৰ পাঠ্যক্ৰমৰ শিক্ষা আহৰণৰ যোগেদি স্নাতক মহলাৰ ছাত্ৰ-ছাত্ৰী নিয়মীয়া পাঠ্যসূচী বি কম ডিগ্ৰীৰ উপৰি সমান্তৰালভাৱে উক্ত তিনিবিধ পাঠ্যক্ৰমৰ যিকোনো এটা পাঠ্যক্ৰমৰ শিক্ষাগ্ৰহণ কৰি প্ৰমাণ-পত্ৰ ল'ব পাৰিলে ভৱিষ্যতে কৰ্মসংস্থানৰ সুবিধা পাব। ইয়াৰ বাবে মহাবিদ্যালয়ত ভৰ্ত্তি হোৱা কোনো ছাত্ৰ-ছাত্ৰীয়ে ভৰ্ত্তি মাচুল দিব লগা নহয় আৰু পাঠ্যমাচুলো তুলনামূলক ভাৱে কম। দ্বিতীয়তে এই পাঠ্যক্ৰমবোৰৰ শিক্ষাদানৰ সময় আৰু পৰীক্ষা অনুষ্ঠিত কৰাৰ সূচী এনেকৈ প্ৰস্তুত কৰা হৈছে যাতে তেওঁলোকৰ নিয়মীয়া পঠন-পাঠনৰ কোনো অসুবিধা সৃষ্টি নহয়।

এইখিনিতে এইটোও উল্লেখ কৰাটো প্ৰাসংগিক হ'ব যে নিয়মীয়া বা সাধাৰণ শিক্ষাৰ লগত বৃত্তিমূলক শিক্ষা আহৰণ কৰিলেহে আমাৰ উঠি অহা প্ৰজন্মই আজিৰ প্ৰতিযোগিতামূলক আৰু মুক্ত অৰ্থনীতিৰ নিয়ন্ত্ৰণত পৰিচালিত হোৱা বজাৰখনত তিষ্ঠি থাকিব পাৰিব। আজিৰ উপাৰ্জনৰ ক্ষেত্ৰখন বহল যদিও বৰ পিচল। এনেকুৱা এখন ক্ষেত্ৰত নিজকে যোগ্যতাৰে সৈতে চলাই নিবলৈ হ'লে বৰ্তমান শিক্ষাৰ দুয়োটা দিশত (নিয়মীয়া আৰু বৃত্তিমূলক - মুদ্ৰা এটাৰ ইপিঠি-সিপিঠিৰ নিচিনা) লগত ভালদৰে পৰিচয় থকাটো আৱশ্যকীয় হৈ পৰিছে। বিশ্বায়নমুখী বৰ্তমান পৰিস্থিতিটোৰ লগত সংগতি ৰাখি মহাবিদ্যালয়ৰ চৌহদতে এটি স্বতন্ত্ৰ গৃহ নিৰ্মাণ কৰি বৃত্তিমূলক স্বাৱলম্বী পাঠ্যক্ৰমৰ (Professional Self-Financing Courses) পাঠদানৰ সুব্যৱস্থা কৰাৰ বাবে চেষ্টা কৰা হৈছে। নতুন প্ৰজন্মক আজিৰ কৰ্মৰাজিৰ লগত পৰিচয় কৰোৱাই তেওঁলোকৰ মেধা শক্তিক যুগৰ বাবে উপযোগী আৰু উৎপাদনশীল কৰি তোলাটোৱেই আজিৰ শিক্ষানুষ্ঠান তথা শিক্ষক-শিক্ষয়িত্ৰীসকলৰ দায়িত্ব আৰু কৰ্তব্য হৈ পৰিছে। সেহেয়ে আমি আশা কৰিছো, আমাৰ ছাত্ৰ-ছাত্ৰীসকলে আমি অশেষ কষ্টৰে আৰম্ভ কৰা এই বৃত্তিমূলক পাঠ্যক্ৰম শিক্ষাৰ সুযোগ গ্ৰহণ কৰিব আৰু নিজকে নতুন যুগৰ বাবে উপযুক্ত কৰি গঢ়ি তুলিব।

এতিয়া শিক্ষাৰ সন্দৰ্ভত স্বামী বিবেকানন্দৰ কথা এষাৰে মোৰ এই প্ৰতিবেদন সামৰিব বিচাৰিছো।

"The idea of education, all training should be man making. Education is not information that is put into your brain and runs riot there, undigested all your life, building, character making assimalation of ideas. আৰু মোৰ বিবেচনাত, শিক্ষাক এনেধৰণেৰে গ্ৰহণ কৰিলে আমি নিশ্চয় লাভবান হ'ম'। Education does not mean teaching young man to know what they do not know. It means teaching them to behave as they do not behave". ◆

# ধ্ৰুপদী কলা আৰু গণিত

ড° সন্তোষ কুমাৰ কৰ্মকাৰ
জ্যেষ্ঠ প্ৰবক্তা, অঙ্ক বিভাগ

'ধ্ৰু' শব্দটোৰ অৰ্থ হ'ল স্থিৰ। যি পদ স্থিৰ সেইটোৱেই ধ্ৰুপদ। ধ্ৰুপদী বিশেষণটো সাধাৰণতে সঙ্গীতৰ ক্ষেত্ৰত ব্যৱহৃত হয়। উচ্চাঙ্গ সঙ্গীতৰ অস্থায়ী, অন্তৰা, সঞ্চাৰী আৰু আভোগ এই চাৰিটা অঙ্গকে ধ্ৰুপদী বোলা হয়। অৱশ্যে আজিকালি সাহিত্য, চিত্ৰ, নৃত্যকলা, ভাস্কৰ্যৰ ক্ষেত্ৰতো ধ্ৰুপদী শব্দটোৰ প্ৰয়োগ হৈছে। ভৌগোলিক ক্ষেত্ৰ এটাৰ বিশেষ সময়ত সাংস্কৃতিক উৎকৰ্ষ সাধনৰ উচ্চতম পৰ্যায়ত বিশেষ শৃংখলাৰ সৰ্বসন্মত আৰু ব্যাকৰণেৰে সুসংবদ্ধ কলাকে ধ্ৰুপদী কলা বুলি অভিহিত কৰা হয়। কলা সাধকৰ দৃষ্টিত ধ্ৰুপদী কলা অলৰ-অচৰ আৰু ইয়াৰ কোনো বিকল্প নাথাকে।

গণিত শাস্ত্ৰৰ ক্ষেত্ৰতো ধ্ৰুপদী কলাৰ এই ব্যাখ্যাটো বহু পৰিমাণে প্ৰযোজ্য।

ধ্ৰুপদী কলা মানুহৰ জীৱন-জগতৰ বিষয়ে জ্ঞান বোধ মনন সমৃদ্ধ হৈ জীৱনৰ বাবে উত্তৰণৰ পথ নিদেৰ্শক। গণিত হ'ল প্ৰাত্যহিক জীৱনৰ বাস্তৱ সমস্যা সমাধানৰ বাবে বুদ্ধি নিৰ্ভৰ প্ৰকৌশল। গাণিতিক পদ্ধতিবোৰ সাধাৰণীকৃত আৰু সৰ্বযুগৰ বাবে সত্য। ধ্ৰুপদী কলাৰ দৰে গণিতৰ মূল সূত্ৰবোৰৰো বিকল্প নাই। গণিতত কলাৰ ভাৱ-আবেগ অনুভূতি বা মানৱীয় সংবেদনশীলতাৰ স্থান নাই। আনহাতে কলাত মানৱীয় সংবেদনশীলতাৰে প্ৰাণ প্ৰতিষ্ঠা হ'লেও অপৰূপ ঐশ্বৰ্যমণ্ডিত কলা কিছুমানো জীৱন-জগতৰ বাস্তৱতা আৰু নিত্যতাৰ পৰা আঁতৰি যায়। গণিতে মানৱীয় দুৰ্বলতাবোৰ পৰিহাৰ কৰে আৰু নিৰ্মোহ দৃষ্টিৰে জীৱনৰ নিৰ্মম সত্যক উন্মোচিত কৰে। ধ্ৰুপদী কলাই কোনো এটা সময়ত বিশেষ ব্যক্তিৰ জীৱন সাধনাৰ নিৰ্যাসৰ দ্বাৰা সৃষ্ট জীৱনৰ সৌন্দৰ্যমণ্ডিত একো একোটা ৰূপ দাঙি ধৰে। জীৱনক সাৰ্বজনীন দৃষ্টিৰে বিচাৰ বিশ্লেষণ কৰি গণিতে তাৰ পৰা পৰম সত্যক নিষ্কাষণ কৰে আৰু সৰ্বজন গ্ৰহণযোগ্য যুক্তিভিত্তিক বৌদ্ধিক কৌশল আয়ত্বলৈ আনিবৰ শিক্ষা দিয়ে।

ওপৰোক্ত কথাখিনি আৰু অলপ ব্যাখ্যা কৰা যাওক।

ওপৰত উল্লেখ কৰা হ'ল যে গণিতৰ পদ্ধতি-প্ৰক্ৰিয়াবোৰ উদ্ভাৱিত হৈছে প্ৰাত্যহিক জীৱনৰ সমস্যা সমাধানৰ বাবে। দৰাচলতে গণিতে জীৱনৰ সমস্যা সম্পৰ্কীয় তথ্যবোৰক বিজ্ঞানসৰ্ম্মতভাবে সংগ্ৰহ কৰে, প্ৰণালীবদ্ধভাৱে শ্ৰেণীকৰণ কৰে, শ্ৰেণীকৃত তথ্যক বিশ্লেষণ কৰে, বিশ্লেষণৰ পাছত সমস্যাৰ সম্ভাব্য সমাধান উলিয়াই মানৱ জীৱনক আগবঢ়াই লৈ যোৱাৰ পথ প্ৰশস্ত কৰে। জীৱনাশ্ৰয়ী কলায়ে মানুহৰ মনক জীৱনৰ গভীৰলৈ লৈ যায়। কলায়েও জীৱনক বুজিবলৈ ক্ষমতা দিয়ে। এতিয়া জীৱনৰ অস্তিত্বৰ অনুভূতি হ'ল সংগ্ৰাম। জীৱনৰ উত্তৰণ হ'ল সংগ্ৰামত জয় লাভ। সমস্যাৰে জৰ্জৰিত জীৱন সংগ্ৰামত জয়লাভ কৰিবলৈ হ'লে বৰ্তমান প্ৰজন্মক গাণিতিক দিশত মেধাসম্পন্ন কৰি তুলিব লাগিব। অৰ্থাৎ গণিতে জীৱনক ধৰি ৰাখে আৰু কলাই মানুহৰ হৃদয় মনত মানৱীয় গুণসমূহৰ বিকাশ সাধন কৰে।

এতেকে জীৱনৰ পৰিপূৰ্ণ বিকাশৰ বাবে গণিত অধ্যয়ন অপৰিহাৰ্য। বিশুদ্ধ সাংস্কৃতিক অনুৰাগেৰে কলা চৰ্চাও অত্যাৱশ্যক। কিন্তু এই দুয়োটা বিষয় অধিগত কৰাটো সহজসাধ্য নহয়। বিশ্ব ব্ৰহ্মাণ্ডৰ অপাৰ ৰহস্য সম্বন্ধে অসীম কৌতূহল, অনুসন্ধানী মন, একাগ্ৰ সাধনা, কষ্টসহিষ্ণুতা আৰু মেধা শক্তিৰ দ্বাৰাহে গণিতত পাৰঙ্গম হোৱাটো সম্ভৱ। আনহাতে কলাত্মক মন, সত্যনিষ্ঠ জীৱনানুসন্ধান, ঐশ্বৰ্যময় মানৱীয় চেতনা, সুকুমাৰ বৃত্তিৰ প্ৰতি আন্তৰিক অনুৰাগ আৰু অকৃত্ৰিম সৌন্দৰ্যবোধেহে হ'ল ধ্ৰুপদীয় কলাৰ সাধনাৰ বাবে আৱশ্যকীয় গুণ। ইমানখিনি গুণ লৈও ন্যূনতম চৈধ্য বছৰৰ একনিষ্ঠ সাধনাৰ দ্বাৰাহে বিশেষ বিভাগৰ ধ্ৰুপদী কলাৰ জগতত প্ৰৱেশ কৰিব পৰা যায়। গণিতত স্বচ্ছন্দবিহাৰী হ'বলৈ হ'লেও তেনেকুৱাই দহৰ পৰা বাৰ বছৰৰ প্ৰণালীবদ্ধ অভ্যাসৰ প্ৰয়োজন। কাৰণ, এই দুয়োটা বিষয় ক্ৰম-পাৰস্পৰিক ধাৰাত সম্পৰ্কিত। প্ৰাথমিক পৰ্যায়ৰ পৰা দুয়োটা বিষয়েই সুসংবদ্ধ নীতি-শৃংখলাৰে আৱদ্ধ। মন-বুদ্ধি বিবেক বোধ সুস্থ-সবল থাকিলেহে এই দুটা বিষয়ৰ ক্ৰম পাৰস্পৰিক ধাৰাৰ লগত সম্পৰ্ক স্থাপিত হয় আৰু বিষয়বস্তুৰ গভীৰলৈ যোৱাৰ শক্তি অৰ্জন কৰাটো সম্ভৱ হয়।

এইখিনিত আৰু এটা বিষয় উল্লেখ নকৰিলে ধ্ৰুপদী কলা আৰু গণিত অধ্যয়নৰ পদ্ধতিৰ বিশ্লেষণটো আধাৰুৱা হৈ ৰ'ব। ধ্ৰুপদী কলাৰ বিভাগবোৰৰ কলা সাধকসকলৰ আগত সাধাৰণতে মূৰ্ত্ত হৈ থাকে। যেনে সঙ্গীতৰ সুৰ থাকে, ৰাগ থাকে, সঙ্গত কৰা বাদ্য যন্ত্ৰত থাকে ছন্দ-লয়। ধ্ৰুপদী নৃত্যত থাকে অঙ্গৰ সৌকুমাৰ্য, ছন্দায়িত মুদ্ৰা, প্ৰণোচ্ছল অভিনয় আৰু সুমধুৰ বাদ্যৰ হৃদয়গ্ৰাহী ব্যঞ্জনা। কবিতাত থাকে সত্যসন্ধানী মানৱ আত্মাৰ মানৱীয় আকুলতা, থাকে শব্দ-অলঙ্কাৰেৰে ছন্দোবদ্ধ জাগতিক জীৱন তথা

বিশ্বপ্ৰকৃতিৰ বিনন্দীয়া ৰূপকল্প। তুলিকাৰ বৰ্ণাঢ্য পৰশেৰে চিত্ৰকলাত ৰূপায়িত হয় জীৱন-জগতৰ বিশেষ বিশেষ মুহূৰ্তৰ প্ৰাণময় ৰূপ।

কিন্তু গণিত বিমূৰ্ত। অধিকন্তু গণিতৰ প্ৰতিটো শাখা প্ৰাথমিক পৰ্যায়ৰ পৰাই সুনিৰ্দিষ্ট কিছুমান সংজ্ঞা আৰু পাৰিভাষিক প্ৰতীক চিনেৰে আৱদ্ধ। গণিতত ধ্বনিৰ ব্যঞ্জনা নাই, অলংকাৰৰ চমৎকাৰিত্ব নাই, ভাৱ-আবেগৰ মোহমুগ্ধতা নাই, হৃদয় মনৰ সৈতে একাত্মীয়তা স্থাপনৰ সুবিধাও নাই। সেয়েহে গণিত অধ্যয়ন ধ্ৰুপদী কলাত পাৰদৰ্শী হোৱাতকৈ সহজ নহয়। কলাৰ সাধনাত বিচাৰ-বোধৰ প্ৰয়োজন থাকিলেও সৌন্দৰ্যবোধ আৰু জীৱনৰ প্ৰতি প্ৰগাঢ় অনুৰাগৰ বেছি প্ৰয়োজন। কিন্তু গণিতত এইবোৰ উপাদানৰ ভূমিকা তেনেই কম। গণিত আগবাঢ়ে নিৰপেক্ষ যুক্তিক ভিত্তি কৰি নিৰ্মমভাৱে। গণিতৰ কাম বৌদ্ধিক প্ৰক্ৰিয়াৰে বিশ্বসত্যৰ সৈতে যোগসূত্ৰ স্থাপন কৰা।

এতিয়া ধ্ৰুপদী কলা আৰু গণিত এই দুয়োটা বিষয় মানুহৰ জীৱন বিকাশৰ বাবে। কিন্তু যিমানেই ধ্ৰুপদী গুণসম্পন্ন নহওক লাগে, কলা কেতিয়াও সম্পূৰ্ণভাৱে স্থান-কাল-পাত্ৰৰ প্ৰভাৱমুক্ত হ'ব নোৱাৰে। ভাৰতীয় ধ্ৰুপদী সঙ্গীতৰ ভৈৰৱ, মানৱ, সাৰঙ্গ, বসন্ত, দীপক আৰু মেঘ এই ছটা ৰাগ। স্বৰবিন্যাসৰ এই ৰাগমূহৰ দ্বাৰা উপজাত ভৈৰৱী, ভূপালী, মালশ্ৰী আদি ছয়ত্ৰিছটা ৰাগিনী। এই ৰাগ-ৰাগিনীৰ বিকল্প নাই সঁচা, কিন্তু দেশ-কালৰ আচাৰ-অনুষ্ঠান, সংস্কাৰ, ঐতিহ্য, ধৰ্মীয় চেতনা, জাতীয় জীৱনৰ ৰুচি-অভিৰুচিয়ে সেই কলাক প্ৰভাৱান্বিত কৰে। ফলস্বৰূপে এই ধ্ৰুপদী কলা দেশকালক অতিক্ৰম কৰি বিশ্বৰ সকলো প্ৰান্তৰ সমুহ কলা অনুৰাগীক সমানে উদ্বুদ্ধ কৰিব নোৱাৰে।

এই ফালৰ পৰা গণিত, গাণিতিক প্ৰক্ৰিয়া, গাণিতিক পদ্ধতিৰে জ্ঞান-বিজ্ঞান প্ৰযুক্তিৰ বিকাশ কিন্তু আঞ্চলিকতাৰে দুষ্ট নহয়। কালৰ কোনো এটা সমাজনীতি ধৰ্মনীতি আৰু ব্যক্তিত্বৰ প্ৰভাৱে গাণিতিক প্ৰক্ৰিয়াসমূহক নিয়ন্ত্ৰণ নকৰে। এটা উদাহৰণেৰে বিষয়টো স্পষ্টতৰ কৰিব পৰা যাব। অষ্টাদশ শতিকাত নিউটন আৰু লাইবনিটজে কলন গণিত উদ্ভাৱন কৰিলে। কলন গণিতৰ সূত্ৰসমূহত নিউটন বা লাইবনিট্জৰ কালক ধৰিব নোৱাৰি, তেওঁলোকৰ চৰিত্ৰ ব্যক্তিত্ব আনকি মনন ধাৰাৰ বিশেষত্বও সেই কলন গণিতত সমূলঞ্চে অনুপস্থিত। ইয়াতে আৰু মন কৰিবলগীয়া কথা হ'ল যদিও নিউটনে গণিতৰ গুৰুত্বপূৰ্ণ এই শাখাটো পদাৰ্থবিজ্ঞানৰ বিশেষ কিছুমান সমস্যা সমাধানৰ বাবে উদ্ভাৱন কৰিছিল, এইটো কিন্তু এতিয়া অকল পদাৰ্থবিদ্যাতে প্ৰয়োগ কৰা নহয়। জ্ঞান-বিজ্ঞানৰ য'তেই পৰিবৰ্তনশীল উপাদানবোৰৰ পৰিবৰ্তনৰ হাৰ সম্পৰ্কে অধ্যয়ন কৰাৰ প্ৰশ্ন উঠে, তাতেই এই কলন গণিতৰ পদ্ধতি ব্যৱহাৰ কৰা হয়। অষ্টাদশ শতিকাত উদ্ভাৱিত আৰু পৰৱৰ্ত্তীকালত বিকাশপ্ৰাপ্ত কলন গণিত, ৰসায়ন, পৰিসংখ্যা, ভূ-বিদ্যা, অৰ্থনীতি আনকি বাণিজ্য অধ্যয়নতো এই কলন গণিতৰ সহায় লোৱা হয়। কলন গণিতৰ দৰে গণিতৰ আন আন শাখাৰ পদ্ধতিবোৰো স্থানকাল-পাত্ৰৰ প্ৰভাৱৰ পৰা মুক্ত।

পূৰ্বতে উল্লেখ কৰা হৈছে যে, গণিত-গাণিতিক প্ৰক্ৰিয়াসমূহ বৌদ্ধিক অনুশাসনেৰে শৃংখলাবদ্ধ আৰু ক্ৰমান্বয়ৰ ধাৰাৰে প্ৰণালীবদ্ধ। বিশুদ্ধ যুক্তিবোৰৰ সৈতে পৰিচিত হৈ বিচাৰ বিশ্লেষণৰ ক্ষেত্ৰত সমন্বয় গঢ়ি তোলাত সহায় কৰে। যেনে, যুক্তিৰ অৱৰোহি পদ্ধতিৰে সমৃদ্ধ হৈ জ্যামিতি আৰু জ্যামিতিৰ আধুনিক বিভাগবোৰে জ্ঞান জগতৰ বিমূৰ্ত ধ্যান-ধাৰণাসমূহক জ্ঞান-বিজ্ঞানৰ স্বীকৃত যুক্তিৰে মূৰ্ত কৰি তোলাৰ কৌশল শিকায়। জ্যামিতিয়ে তাত্ত্বিক বিচাৰ বিশ্লেষণৰ ক্ষমতা বৃদ্ধি কৰে। জ্যামিতিয়ে অন্তদৃষ্টিৰ ক্ষমতা বৃদ্ধি কৰি ৰহস্যাবৃত সত্য উন্মোচন কৰাৰ শক্তি দিয়ে।

নিয়মিত গণিত চৰ্চা কৰি থকা ব্যক্তি আৰু গণিতজ্ঞসকলৰ জীৱন পৰ্যালোচনা কৰিলে বিশেষত্ব এটা পৰিলক্ষিত হয়। সেয়া হ'ল ব্যক্তিগত জীৱনৰ যাৱতীয় কৰ্মকাণ্ডৰ উৰ্দ্ধত থাকি বৌদ্ধিক চেতনাত নিজকে সমৰ্পণ কৰাৰ মানসিকতা। আৰ্কিমিডিচ, নিউটন আৰু গাউছ সৰ্বকালৰ এই তিনিগৰাকী প্ৰতিভাধৰ গণিতজ্ঞৰ গণিত বিষয়ক কৰ্ম সম্পৰ্কে আমি যিমান পৰিচিত তেওঁলোকৰ জীৱন, তেওঁলোকৰ ব্যক্তিগত জীৱনৰ সুখ-দুখ, কামনা-বাসনা সম্পৰ্কে সিমান নাজানো। গণিতৰ তত্ত্বসমূহতে তেওঁলোকৰ অস্তিত্ব, সেইবাবে তেওঁলোকৰ জীৱন। মহিমামণ্ডিত ধ্ৰুপদীকলাৰ স্ৰষ্টাসকলৰ সৃষ্টিতো সাৰ্বজনীনতা থাকিলেও গণিতজ্ঞসকল সমান আন্তৰ্জাতিকতা বোধসম্পন্ন হ'ব নোৱাৰে।

সেইবুলি গণিত যে মানৱ জীৱনৰ সৰ্বাংগীন বিকাশৰ বাবে একমাত্ৰ জ্ঞান-মাৰ্গ, সেইটোও নহয়। গণিতে বিচাৰ-বিশ্লেষণৰ ক্ষমতা বৃদ্ধি কৰি বৌদ্ধিক বিকাশ কৰে, মননক ঋদ্ধ কৰে, শালপ্ৰাংশু চৰিত্ৰৰ ব্যক্তি হ'বলৈ প্ৰেৰণা দিয়ে, স্থান-কাল-পাত্ৰৰ চেতনাৰ পৰা মুক্ত কৰি বিশ্বতত্ত্ববোধেৰে জীৱনক স্থিতিশীল কৰিবলৈ উৎসাহিত কৰে। এইবোৰ সত্য যদিও জীৱনৰ বাবে, অন্ততঃ মহত্বৰ জীৱনৰ বাবে কলাও অপৰিহাৰ্য। কলাই ৰূপ-ৰং-ৰসেৰে জীৱনক সজীৱ কৰি তোলে, ছন্দ-অলংকাৰেৰে জীৱনক ঐশ্বৰ্যমণ্ডিত কৰি তোলে আৰু মহান মানৱিকতাবোধে জীৱনৰ প্ৰাণ প্ৰতিষ্ঠা কৰে। গাণিতিক শৃংখলাৰে সমৃদ্ধ মন-বোধ লৈ কলাৰ চৰ্চা কৰিলে কলাৰ উৎকৰ্ষ বাঢ়িব আৰু সেই কলাত বিশ্বজনীন একাত্মবোধত মহাজীৱনৰ সূচনা কৰিব। ◆◆

# গ্ৰাহক সুৰক্ষা আইন আৰু গ্ৰাহকৰ সচেতনতা

শ্ৰী ৰেণু দেৱী
জ্যেষ্ঠ প্ৰৱক্তা, অসমীয়া বিভাগ

বৰ্তমান গ্ৰাহক বা উপভোক্তাসকলক সুৰক্ষিত আৰু সচেতন কৰাৰ প্ৰয়োজনীয়তা বিশ্বৰ সকলো উন্নয়নশীল দেশেই উপলব্ধি কৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰত আৰম্ভ হোৱা গ্ৰাহক সুৰক্ষা আন্দোলন বৰ্তমান বিশ্বৰ বিভিন্ন দেশলৈ প্ৰসাৰিত হৈছে।

গ্ৰাহকসকলৰ স্বাৰ্থ সুৰক্ষা কৰি, তেওঁলোকৰ অধিকাৰ যাতে স্বাৰ্থান্বেষী লোকে খৰ্ব কৰিব নোৱাৰে তাৰ বাবে সজাগ কৰি ৰখাই গ্ৰাহক সুৰক্ষা আন্দোলনৰ মুখ্য উদ্দেশ্য। ভাৰতবৰ্ষত গ্ৰাহকসকলৰ স্বাৰ্থ ৰক্ষাৰ বাবে বহুতো (প্ৰায় একৈশখন) আইন প্ৰণয়ন কৰা হৈছে। তাৰ ভিতৰত জোখ-মাখ নিয়ন্ত্ৰণ আইন, অত্যাৱশ্যকীয় সামগ্ৰী আইন, সামগ্ৰী বিক্ৰী আইন, ভেজাল নিয়ন্ত্ৰণ আইন উল্লেখযোগ্য। ইয়াৰোপৰি ১৯৭৯ চনত একচেটিয়া ব্যৱসায় নিয়ন্ত্ৰণ আইন আৰু ১৯৮৬ চনত প্ৰণয়ন কৰা গ্ৰাহক সুৰক্ষা আইন দেশৰ আৰ্থ সামাজিক দিশত অতি গুৰুত্বপূৰ্ণৰূপে বিবেচিত হৈছে।

গ্ৰাহক কোন ? উপভোক্তা বুলিলে কি বুজায় ?

(১) অৰ্থৰ বিনিময়ত কোনো সামগ্ৰী অথবা সেৱা গ্ৰহণ কৰা সকলোৱেই গ্ৰাহক।

(২) জীৱন নিৰ্বাহৰ বাবে যি কোনো সামগ্ৰী বা সেৱা প্ৰয়োজন অনুসাৰে উপভোগ কৰাজনকে উপভোক্তা (Consumer) বোলা হয়।

বিশ্বৰ প্ৰতিজন লোকেই কোনো নহয় কোনো ক্ষেত্ৰত গ্ৰাহক বা উপভোক্তা। প্ৰতিজন নাগৰিকেই কিছুমান সামগ্ৰী বা সেৱাৰ বিক্ৰেতা আৰু কিছুমান সেৱা বা সামগ্ৰীৰ ক্ৰেতা। এজন খাদ্যসামগ্ৰীৰ বিক্ৰেতা বিদ্যুৎ সেৱা, টেলিফোন, ৰন্ধন গেছ বা অন্য ক্ষেত্ৰত গ্ৰাহক। ৰোগী এজন যিদৰে চিকিৎসকজনৰ গ্ৰাহক সেইদৰে ডাক্তৰজনো চিকিৎসাৰ বাবে প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰাৰ ক্ষেত্ৰত গ্ৰাহক। এজন মক্কেলে অৰ্থৰ বিনিময়ত উকীলজনৰ পৰা আইনৰ সহায় (সেৱা) লাভ কৰে। আনহাতে উকীলজনেও সেৱা আগবঢ়াবৰ বাবে আৱশ্যকীয় সামগ্ৰী ক্ৰয় কৰাৰ ক্ষেত্ৰত গ্ৰাহক।

নিত্য প্ৰয়োজনীয় সামগ্ৰী বা সেৱা উপভোগ কৰিবলৈ গৈ বহুত ক্ষেত্ৰত গ্ৰাহকসকল প্ৰতাৰিত হ'বলগীয়া হৈছে। প্ৰতিজন লোকেই যিহেতু গ্ৰাহক সেইক্ষেত্ৰত অধিকাৰসমূহ যাতে সাব্যস্ত কৰিব পাৰে তাৰ বাবে সচেতন আৰু সতৰ্ক হৈ থাকিব লাগে। এয়েই গ্ৰাহক সচেতনতা।

দৈনন্দিন জীৱনত প্ৰতি পদে পদে সাধাৰণ মানুহ প্ৰতাৰিত হ'ব লগা হয়। ৰিক্সা-চালক, বাচ-চালক, ঠেলাচালক আদি সকলোৱে কৰ্তৃপক্ষই নিৰ্দ্ধাৰিত কৰি দিয়া নিৰিখ ভঙ্গ কৰি অতিৰিক্ত ভাড়া আদায় কৰাটো অলিখিত নিয়মত পৰিণত হৈছে।

সেইদৰে ৰন্ধন গেছৰ ক্ষেত্ৰত বিধি অনুসৰি চিলিণ্ডাৰ ৰিফিলৰ বাবে পৰিবেশকক জনোৱাৰ ৪৮ ঘণ্টাৰ ভিতৰত ৰিফিল যোগান ধৰিব লাগে। সময়মতে ৰিফিল নাপালে পৰিবেশক বা তাত সুফল নাপালে ইণ্ডিয়ান অইল কৰপ'ৰেচনৰ মাৰ্কেটিং শাখাৰ লগত যোগাযোগ কৰিব লাগে। ইয়াৰোপৰি পৰিবেশকে ৰন্ধনগেছ চিলিণ্ডাৰ যোগান ধৰিবৰ বাবে নিৰ্দিষ্ট পৰিমাণৰ ধন লয় যদিও গ্ৰাহকে নিজে কঢ়িয়াই নিবলগীয়া হ'লে অতিৰিক্ত ধন খৰচ কৰিবলগীয়া হয়। ১৯৮১ চনৰ গেছ চিলিণ্ডাৰ অধিনিয়মৰ ১৭,১৮,২৪ আৰু ৩৪ ধাৰামতে পৰিবেশকে নিৰাপদভাৱে গ্ৰাহকক চিলিণ্ডাৰ যোগান ধৰাটো বাধ্যতামূলক।

গ্ৰাহকে কোনো সামগ্ৰী শুদ্ধ জোখত নোপোৱা বুলি সন্দেহ হ'লে জোখ-মাখ বিভাগৰ পৰিদৰ্শকৰ দৃষ্টিগোচৰ কৰিব লাগে। জোখত তাৰতম্য নহ'বৰ বাবে ব্যৱসায়ীয়ে ষ্টেণ্ডত ওলোৱাই থোৱা তৰ্জুহে ব্যৱহাৰ কৰিব লাগে। ১৯৫৮ চনৰ অসম জোখ-মাখ আইন আৰু ১৯৬০ চনৰ অসমৰ জোখ মাখ প্ৰৱৰ্তন বিধিমতে প্ৰতিবছৰে জোখমাখৰ আহিলা দগা-পাল্লা আদি বিভাগীয় কৰ্তৃপক্ষৰ দ্বাৰা পৰীক্ষা কৰাই শিলমোহৰ মৰাটো বাধ্যতামূলক। আনহাতে বিক্ৰী কৰিব লগা জন্তু আদিৰ (মাংসত) খাদ্য বিভাগৰ পৰিদৰ্শকে শিলমোহৰ মাৰি থোৱা বা বিক্ৰীৰ উপযোগিতা নিশ্চিত কৰা প্ৰয়োজন।

আজিকালি বজাৰত বহুলভাৱে প্ৰচলিত পেকেট সামগ্ৰীৰ ওপৰত ওজনৰ পৰিমাণ, মূল্য আৰু পেকেট কৰা তাৰিখ উল্লেখ থাকিব লাগে। স্থানীয় কৰ কি হাৰত লৈছে, তাৰ বিষয়ে গ্ৰাহকে

জনাৰ অধিকাৰ আছে। বিলাতী মাটি আদিও ওজন কৰিহে বিক্ৰী কৰিব লাগে। ইটাৰ ক্ষেত্ৰত প্ৰকৃত জোখ আৰু সংখ্যা কেচ মেম'ৰ উল্লেখ থাকিব লাগে। ইয়াৰোপৰি Agmark / ISI আদি চিহ্ন চাইহে কিনিব লাগে। খাদ্য সামগ্ৰীত Agmark বিশুদ্ধতাৰ প্ৰতীক আৰু অন্যান্য ব্যৱহৃত সামগ্ৰীত ISI শুদ্ধমানৰ প্ৰতীক। গ্ৰাহকৰ অধিকাৰ এই সম্বন্ধে প্ৰতিজন লোকেই সচেতন থকা প্ৰয়োজন।

এই অধিকাৰ কেইবাপ্ৰকাৰৰ হ'ব পাৰে ঃ-

(১) গ্ৰাহকে ক্ৰয় কৰা সামগ্ৰী জীৱন আৰু সম্পত্তি ৰক্ষাকাৰী হোৱাৰ নিশ্চিত অধিকাৰ।

(২) গ্ৰাহকে ক্ৰয় কৰা সামগ্ৰীৰ পৰিমাণ, মান, বিশুদ্ধতা আৰু প্ৰকৃত মূল্য জনাৰ অধিকাৰ।

(৩) গ্ৰাহকৰ নিৰ্দিষ্ট ফ'ৰমাত অসাধু ব্যৱসায়ী বা শোষণৰ বিষয়ে ওজৰ দাখিল কৰাৰ অধিকাৰ।

(৪) গ্ৰাহকৰ শিক্ষা বা সচেতনতাৰ অধিকাৰ।

**গ্ৰাহক বিবাদ নিষ্পত্তি ফ'ৰম ঃ** ১৯৮৬ চনৰ গ্ৰাহক সুৰক্ষা আইন অনুসৰি সৰ্বসাধাৰণ গ্ৰাহক যাতে প্ৰতাৰিত হ'ব লগা নহয় আৰু সুবিচাৰ পায় তাৰ বাবে প্ৰতিখন জিলাতে একোখন গ্ৰাহক বিবাদ নিষ্পত্তি ফ'ৰাম, প্ৰতিখন ৰাজ্যত একোখন ৰাজ্যিক আয়োগ আৰু কেন্দ্ৰত ৰাষ্ট্ৰীয় আয়োগ গঠন কৰাৰ ব্যৱস্থা আছে। গ্ৰাহক বা উপভোক্তাৰ ওজৰ আপত্তি কম সময়ত ফলপ্ৰসূভাৱে নিষ্পত্তি কৰাটোৱেই গ্ৰাহক সুৰক্ষা আইনৰ মূল উদ্দেশ্য।

জিলা বিবাদ নিষ্পত্তি ফ'ৰামত গ্ৰাহকে যথাযোগ্য সেৱাৰ অভাৱ বা নিৰ্দিষ্টমান দণ্ডৰ সামগ্ৰী নহ'লে অভিযোগ দাখিল কৰিব পাৰে। এই ফ'ৰামে অসাধু ব্যৱসায়ী বা প্ৰতিষ্ঠানক সেই সামগ্ৰী বা নিম্নমানৰ সেৱাৰ বাবে ক্ষতিপূৰণ দিয়াই গ্ৰাহক বা উপভোক্তাক সুৰক্ষা প্ৰদান কৰে। ◆◆

# দুটামান অনুভৱৰ টুকুৰা

✍ পংকজজ্যোতি হাজৰিকা
প্ৰৱক্তা, অৰ্থনীতি বিভাগ

শান্ত পুখুৰীৰ নীলাভ গভীৰ জলৰাশিত বিভিন্ন প্ৰজাতিৰ পক্ষীৰ বিচৰণ, পাৰৰ মনোমোহা গছৰ মাজে মাজে যেতিয়া পুৱাৰ শীতৰ কোমল কুঁৱলীজাকে তোমাক স্পৰ্শ কৰে তেতিয়া তোমাক কেনে লাগে জানা ? অপৰূপা ......... সূৰ্য্যস্পৰ্শা .......

শীতৰ কোমল ৰ'দ জাকত কলেজৰ সমূখত থিয় হৈ কেতিয়াবা অনুভৱ কৰোঁ, অপৰূপ খোজৰ ছন্দ তুলি মহাৰ্ঘ মানুহ হ'বলৈ অহা ছাত্ৰ-ছাত্ৰীসকলৰ অনুভৱবোৰক ..... হুঁ হুঁ কোনো বাধায়ে যেন সিহঁতক এতিয়া ৰুধিব নোৱাৰে। বুকুত অযুত আশা, দুচকুত অলেখ স্বপ্ন, আৰু মনৰ অদম্য হেপাঁহেৰে এতিয়াই যেন সিহঁতে বিচাৰি ল'ব সিহঁতে বিচৰা পৃথিৱীখনক .... ! জানো, আশায়েতো জীৱন .... জীৱনৰ থুনুকা ৰং বিৰঙৰ স্বপ্নবোৰক বাস্তৱত ৰূপ দিয়াটোৱেই সিহঁতৰ দুৰ্বাৰ বাসনা। ভাবেনে বাৰু সিহঁতে কেতিয়াবা সিহঁতৰ বৰ্ণীল সপোনবোৰ বাস্তৱৰ কঠিন শিলত খুন্দা খাই থান-বান হৈ যাব পাৰে বুলি ....... ???

তিনিমহলীয়া বিল্ডিংটোৰ সমুখৰ ওখ দেৱদাৰু গছ কেইজোপা এতিয়া নঙঠা, সিহঁতৰ সেউজ যৌৱন নকৈ অংকুৰিত হৈছে। সিহঁতৰ বুকুত আশ্ৰয় লোৱা সেই চৰাইজাক এতিয়া নাই। আকৌ আহিব সিহঁত; বসন্তত আশ্ৰয় ল'ব সিহঁতৰ সেউজ বুকুৰ উপত্যকাত ........

প্ৰায় চাৰি বাজিল, প্ৰিন্সিপাল ছাৰ এতিয়াও যোৱা নাই। ইটো-সিটোকৈ এটাৰ পাছত এটাকৈ কামবোৰ কৰি আছে। বি চি এ ৰ ক্লাছ শেষ কৰি ৰিজু তললৈ নামি আহিছে। ছাৰে মাজে মাজে মোক আৰু প্ৰদীপক দুই এষাৰ গালি পাৰি আছে। আমাৰ উশৃংখলতা, চঞ্চলতা আৰু দায়িত্বহীনতাৰ বাবে মাজে মাজে গালি শুনাটো আমাৰ অভ্যাসতে পৰিণত হৈছে।
তথাপিও আমাৰ ভুল হৈয়ে থাকে .......!!

লাহে লাহে শীতৰ সন্ধ্যা নামি আহিছে। জোনাকী পৰুৱা জাকে পাতল জোনাকেৰে চৌদিশে জোনাকৰ মায়া সানিছে। জোনবাইজনী আজিও নাহিল। ফেৰ ফেৰীয়া বতাহজাকে পাৰৰ গছবোৰক চুই গৈছে। শীতৰ পাতল কুঁৱলীজাক লাহে লাহে আকৌ পৰিছে। স্নিগ্ধা, চুমন আৰু শ্ৰুতিহঁতে খিল-খিলাই হাঁহি পুখুৰী পাৰেদি গন্তব্য স্থানলৈ ঢাপলি মেলিছে। শিৱ দৌলত এতিয়া ভক্তসকলৰ প্ৰাৰ্থনাৰ কণ্ঠস্বৰ ধ্বনিত হৈ যে আছে। বৌদ্ধ মন্দিৰৰ সমূখত বাবলু, ইন্দ্ৰ, আক্ৰাম, ৰিণ্টু মিণ্টুহঁত এতিয়া আৰু নাই .....। পক্ষীবোৰেও এতিয়া নিজ নিজ স্থানলৈ ঢাপলি মেলিছে .....। ◆◆

# নেতা, নেতৃত্ব আৰু কিছু কথা

ড° প্ৰদীপ গগৈ,
প্ৰৱক্তা, পৰিচালনা বিভাগ

সু-নেতাৰ অবিহনে এখন সমাজ প্ৰগতিৰ পথত আগবাঢ়ি যাব নোৱাৰে। কোনো অনুষ্ঠান-প্ৰতিষ্ঠান, সংগঠন আনহে নেলাগে এখন ঘৰো সুচাৰু ৰূপে পৰিচালনা কৰিবলৈ যাওঁতে সুস্থ নেতৃত্বৰ প্ৰয়োজন।

এজন নেতাই তেওঁৰ অনুগামীসকলৰ প্ৰয়োজনীয়তা, আবেগ অনুভূতি, তেওঁলোকৰ সপোন, কল্পনা বাস্তৱত ৰূপায়িত কৰাত বিশেষ ভূমিকা গ্ৰহণ কৰে। আনহাতে নেতৃত্ব এনে এক কলা য'ত তেওঁৰ অধীনস্থসকলৰ প্ৰতি ইচ্ছাৰে আৰু উৎসাহেৰে কাম কৰিবলৈ প্ৰভাৱান্বিত কৰা পদ্ধতি হিচাপে ব্যাখ্যা কৰিব পৰা যায়। এই কলা হৈছে মানুহৰ মাজত বিশ্বাস আৰু আগ্ৰহ স্থাপন কৰা পদ্ধতি য'ত দূৰদৰ্শিতা, আগভাগ গ্ৰহণ, আত্মবিশ্বাস, ব্যক্তিগত পূৰ্ণতা আদি গুণেৰে নেতৃত্ব সফল হয়। ফলপ্ৰসূ নেতৃত্বই এটা অনুষ্ঠান বা এখন সমাজৰ প্ৰয়োজনীয়তা পূৰণ কৰাত গতিশীল আৰু তাৎপৰ্যপূৰ্ণ ভূমিকা পালন কৰে। নেতৃত্বই তেওঁৰ অনুগামীসকলক উৎসাহ, অনুপ্ৰেৰণা কৰ্মত প্ৰবৃত্ত কৰাত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। কৰ্মচাৰীক উত্তেজিত আৰু অনুপ্ৰেৰণাৰে তেওঁলোকৰ সুপ্ত প্ৰতিভাক সক্ৰিয় কৰি কাৰ্য সম্পাদন কৰিবলৈ এক সুস্থ সবল নেতৃত্বৰ প্ৰয়োজন।

এজন সবল নেতাই তেওঁৰ সদস্যসকলৰ মনলৈ বিশ্বাস কঢ়িয়াই আনিবলৈ সক্ষম হয়। তেওঁৰ দৈনন্দিন কাম-কাজত আৱশ্যকীয় উপদেশ, সহায় আৰু সমৰ্থন আগবঢ়াই নেতৃত্বৰ অনুগামীসকলৰ মাজত আগ্ৰহ আৰু কৌতূহল সৃষ্টি কৰে। উন্নত নেতৃত্বই তেওঁলোকৰ সাংগঠনিক লক্ষ্যৰ প্ৰতি সদস্যসকলক বাৰম্বাৰ সজাগ কৰে, ব্যক্তিগত আৰু অনুষ্ঠানটিৰ লক্ষ্য দুয়োটাৰ মাজত একতা স্থাপনেৰে অনুকূল পৰিৱেশ গঢ়ি তোলে। নেতৃত্বৰ গুণেই এটি প্ৰতিষ্ঠানৰ কৃতকাৰ্যতা আৰু অস্তিত্ব ৰক্ষাৰ মূলমন্ত্ৰ হৈ পৰে। ফলপ্ৰসূ নেতৃত্বৰ অবিহনে বহুতো সু-প্ৰতিষ্ঠান বিফল বা অকৃতকাৰ্য্য হোৱাৰ উদাহৰণ পোৱা যায়।

এজন নেতাৰ বাবে মানৱিক সম্পৰ্ক আৰু আচৰণ বৰ আৱশ্যক। মানুহক জনা, তেওঁৰ প্ৰয়োজনীয়তা, আবেগ-অনুভূতিৰ লগত একাত্ম হ'ব পৰা, অন্তৰ জয় কৰিব পৰা, বুজি পোৱা, তেওঁলোকৰ ক্ষমতা আৰু দুৰ্বলতাৰ উমান পোৱা, বিশ্বাস আৰু অনুৰাগ আদায় কৰাৰ বাবে সহায়ক আৰু বন্ধুভাৱাপন্ন হোৱা বৰ প্ৰয়োজন। ইয়াৰ উপৰিও কোনো কাৰ্য সম্পাদন কৰিবলৈ যাওঁতে প্ৰথমে নেতাজনৰ নিজৰ আগ্ৰহ প্ৰতিফলিত হোৱা প্ৰয়োজন। নিজস্ব আগ্ৰহৰ অবিহনে নেতৃত্বৰ কাৰ্য্য সম্পাদন কৰা কঠিন। সাহস আৰু ইচ্ছা শক্তিও এজন নেতাৰ মূল সম্পদ। বৰ্তমান সমাজৰ পৰিৱৰ্তন আৰু গতিশীলতাৰ ওপৰত সঠিক, দৃষ্টিভংগী ৰাখি নতুনত্বক আদৰণি জনাই উপযুক্ত কাৰ্য্য ব্যৱস্থা গ্ৰহণ কৰিলে সমাজৰ অনুজসকলৰ কৰ্মৰ প্ৰতি আগ্ৰহী হ'ব আৰু কৰ্ম স্পৃহাও বাঢ়িব। সেয়েহে এজন নেতাই আওপুৰণি পৰিচালনা পদ্ধতিৰ পৰিৱৰ্তে সামাজিক পৰিৱৰ্তনৰ লগত খাপ খুৱাই নতুন পৰিচালনা সম্পৰ্কীয় শিক্ষাজ্ঞান আৰু কৌশলৰ অধ্যয়ন কৰি পৰিচালনা কৰিলে বহুগুণে সফল হ'ব পাৰিব।

এজন নেতাই তেওঁৰ অনুগামীসকলক প্ৰভাৱান্বিত কৰাত একাধিক ধৰণেৰে আগবাঢ়ে। নেতৃত্বৰ শৈলী প্ৰত্যেক নেতাৰে বেলেগ। কোনো কোনো নেতাই ক্ষমতা নিজৰ হাতত ৰাখে। কোনো সিদ্ধান্ত গ্ৰহণত তেওঁৰ অনুগামীসকলে তেওঁ গ্ৰহণ কৰা পদক্ষেপক বিৰোধিতা কৰাটো নিবিচাৰে। এনে নেতাই অধীনস্থৰ ওপৰত একনায়কত্ববাদ অনুশীলন কৰে। এনে নেতাই সাধাৰণতে অনুগামীসকলৰ কাম-কাজ নিজেই গ্ৰহণ কৰে। অনুপুংখ পৰিদৰ্শন, ভীতি প্ৰদৰ্শন, জৰিমনা তাৰোপৰি কাৰ্যসম্পাদন কৰে। এনেধৰণৰ নেতাক পৰিচালনা সাহিত্যই "স্বেচ্ছাচাৰিতা শৈলী" নামেৰে নামাকৰণ কৰে। আনহাতে আন কিছুমান নেতাই অংশগ্ৰহণ মূলক শৈলীৰ নেতৃত্বৰে অৰ্থাৎ ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ ওপৰত বিশ্বাস কৰে। পৰিচালনা কাৰ্যই হওক বা সিদ্ধান্ত গ্ৰহণেই হওঁক সকলোতে অনুগামীসকলৰ অংশগ্ৰহণৰ আহ্বান জনায়। সাধাৰণতে পাৰস্পৰিক সন্মতিৰে নেতৃত্বৰ অনুশীলন কৰে। ধনাত্মক উপায় আৰু পুৰস্কাৰৰ জৰিয়তে অনুগামীসকলক কৰ্মৰ প্ৰতি অনুপ্ৰেৰণা যোগায়। আকৌ আন কিছু নেতাই তেওঁৰ অধীনস্থসকলৰ ওপৰত কাৰ্যসম্পাদনৰ ভাৰ জাপি দিয়ে। অধীনস্থসকলৰ সিদ্ধান্তত কোনো হস্তক্ষেপ নকৰে। তেওঁ মাত্ৰ পৰিদৰ্শন কাৰ্যহে পালন কৰে। এনেধৰণৰ নেতৃত্বক স্বতন্ত্ৰ নীতি শৈলী বা মুক্ত শাসন শৈলী বোলা হয়।

স্বেচ্ছাচাৰী শৈলী নেতৃত্বৰ জৰিয়তে এজন নেতাই কোনো সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত লেহেমীয়া নহয় যদিও নেতাজনৰ কাৰ্যকাৰিতা, দায়িত্বৰ বাবে কামৰ বোজা অধিক হয়। এনে নেতৃত্ব কম শিক্ষিত আৰু নিম্নখাপৰ অনুগামীৰ বাবেহে উত্তম। সাধাৰণতে এই নেতৃত্ব প্ৰায়েই অধীনস্থসকলৰ মাজত অপ্ৰিয়। আনহাতে গণতান্ত্ৰিক শৈলী আৰু মুক্তশাসন শৈলী নেতৃত্বত সিদ্ধান্ত গ্ৰহণৰ ক্ষেত্ৰত সদস্যসকলৰ মতানৈক্যৰ বাবে গতি লেহেমীয়া হয়। গণতান্ত্ৰিক শৈলীৰ নেতৃত্বৰ কৰ্তৃত্বৰ বিকেন্দ্ৰীকৰণৰ বাবে কৰ্মৰ বোজা হ্ৰাস পায় আৰু পৰিচালনাত ভালদৰে মনোনিৱেশ কৰিব পাৰে। আনহাতে অনুগামীসকলে নিজেই গ্ৰহণ কৰা সিদ্ধান্তত কৰ্মৰ প্ৰতি হাবিয়াস বৃদ্ধি পায় আৰু সম্ভাব্য সামৰ্থ্যৰে কৰ্মত ব্ৰতী হয়।

শেষত ইয়াকেই ক'ব পাৰি যে এজন নেতাৰ শৈলী যেনেধৰণৰেই নহওক লাগে এখন সমাজ বা এটা অনুষ্ঠান প্ৰতিষ্ঠানৰ উন্নয়ন প্ৰতিজন সুস্থ নাগৰিক বা অনুগামীৰ ওপৰতেই নিৰ্ভৰ কৰে। প্ৰতিজন ব্যক্তিয়েই যদি নিজৰ ক্ষুদ্ৰ স্বাৰ্থ পৰিহাৰ কৰি অনুষ্ঠানটিক আগবঢ়াই নিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে তেন্তে অনুষ্ঠানটিৰ প্ৰগতিত কোনো বাধায়ে কোনো ধৰণৰ প্ৰতিবন্ধকতা সৃষ্টি কৰিব নোৱাৰে। ◆

# সমবায় প্ৰতিষ্ঠানত বাণিজ্য ছাত্ৰ-ছাত্ৰী আৰু ৰাজ্য চৰকাৰৰ ভূমিকা ঃ

✍ গুণীন দিহিঙীয়া
প্ৰাক্তন ছাত্ৰ

**পাতনি ঃ** ঊনবিংশ শতিকাত সমবায় আন্দোলনৰ প্ৰথম আৰম্ভণি যদিও বৃটিছ শাসন কালত ভাৰতবৰ্ষত ইয়াৰ উত্তৰণ ঘটোৱা হৈছিল। সেই সময়ত সমবায়ৰ প্ৰাথমিক আৰু প্ৰধান উদ্দেশ্যে আছিল কৃষি ঋণ যোগান ধৰি সৰু সৰু কৃষকক আৰু কৃষি কাৰ্যত জড়িত ব্যক্তিসকলক চক্ৰবৃদ্ধি হাৰত ঋণ প্ৰদান কৰা স্বাৰ্থন্বেষী ঋণদাতাসকলৰ কবলৰ পৰা মুক্ত কৰা। এই উদ্দেশ্যৰ বিৰুদ্ধে উত্তৰ ভাৰতত 'প্ৰথম ঋণদান সমবায় সমিতি' [First Credit Co-operative Society) গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল।

**সমবায় সংজ্ঞা, নীতি আৰু বৈশিষ্ট্য ঃ-** বিভিন্নজনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বৰঙণি আৰু ঐকান্তিক চেষ্টাৰ সংযোজন ঘটাই উমৈহতীয়া অৰ্থনৈতিক অভাৱ আৰু সমস্যা সমাধানৰ বাবে লোৱা যৌথ প্ৰচেষ্টাকে সমবায় বোলে। সমবায়ৰ ক্ষেত্ৰত পণ্ডিত এল.এচ গৰ্ডনে দিয়া মন্তব্যটো হৈছে ঃ " A Co-operative Society represents a union of persons while a Joint Stock Company represents a union of Capital."

সমবায়ৰ নীতি বুলি ক'বলৈ যাওঁতে আমাৰ এটা ধাৰণা হয় যে, একোটা সমবায় প্ৰতিষ্ঠানে একে আদৰ্শ আৰু উদ্দেশ্যধৰ্মী সংগঠনৰ লগত প্ৰতিযোগিতাত অৱতীৰ্ণ হ'ব নিবিচাৰে, তদুপৰি কোম্পানীবোৰত প্ৰচলিত One share one vote ৰ বিপৰীতে সমবায়ত One man one vote ৰ ব্যৱস্থা থকাত অংশীদাৰ হিচাপে প্ৰতিষ্ঠানটোত গুৰুত্ব বৃদ্ধি পায় কিন্তু অংশ সমাহাৰে অংশীদাৰৰ গুৰুত্ব বৃদ্ধি নকৰে।

**সমবায়ৰ তুলনাবিহীন কেইটামান চাৰিত্ৰিক বৈশিষ্ট্য হ'ল ঃ-**

(১) উপবিধিৰ আধাৰত মুক্ত আৰু স্বেচ্ছামূলক অংশীদাৰভুক্তকৰণ
(২) গণতান্ত্ৰিকভাৱে পৰিচালনাৰ দায়িত্ব
(৩) অৰ্থনৈতিক লাভ অংশীদাৰৰ মাজত সম-বিতৰণ
(৪) মূলধন প্ৰয়োগৰ ওপৰত সীমিত সুত
(৫) সমবায় শিক্ষাৰ বহুল প্ৰচাৰ
(৬) সমবায় সমিতিসমূহৰ মাজত পাৰস্পৰিক সু-সম্পৰ্ক

**সমবায় প্ৰতিষ্ঠানত বাণিজ্য ছাত্ৰ-ছাত্ৰী আৰু ৰাজ্যিক চৰকাৰৰ সম্ভাব্য ভূমিকা ঃ**

সমবায় প্ৰতিষ্ঠানত কেৱল যে বাণিজ্য ছাত্ৰ-ছাত্ৰীয়েহে এক ভূমিকা পালন কৰিব পাৰে এনে নহয়, অন্যান্য বিভাগৰ অথবা অ-শিক্ষিত নিবনুৱা যুৱক-যুৱতীয়েও সাৰ্মথ্যৰ গণ্ডিৰ ভিতৰত সমবায় স্থাপন আৰু পৰিচালনাৰ দায়িত্ব গ্ৰহণৰ আওতাৰ বাহিৰত নহয়, কিন্তু এই ক্ষেত্ৰত বাণিজ্য ছাত্ৰ-ছাত্ৰীক সাঙুৰি লোৱাৰ অন্যতম কাৰণ হ'ল এটা প্ৰতিষ্ঠান পৰিচালনাৰ অন্য এক চাবিকাঠি হ'ল হিচাপৰক্ষণ। এই হিচাপ ৰক্ষণৰ প্ৰাৰম্ভিক শিক্ষা পদ্ধতি আৰম্ভ হয় বাণিজ্য বিষয়ৰ শিক্ষানুষ্ঠানসমূহত। অৱশ্যে আজিকালি প্ৰায়বোৰ বৃত্তিমূলক শিক্ষা প্ৰতিষ্ঠানত হিচাপৰক্ষণ পদ্ধতিৰ বিষয়ে সম্যক জ্ঞান প্ৰদানৰ বাবে সংশ্লিষ্ট কৰ্তৃপক্ষ সমূহে ব্যৱস্থা কৰিছে যদিও গণতান্ত্ৰিক পদ্ধতিৰে স্থাপন কৰা সমবায় প্ৰতিষ্ঠানত উদ্যোক্তাসকলৰ দায়িত্ব লক্ষনীয় ধৰণৰ। সেয়েহে বাণিজ্য ছাত্ৰ-ছাত্ৰীয়ে সমবায় অনুষ্ঠানৰ লগত জড়িত হ'লে সমবায়সমূহ গণতান্ত্ৰিক পদ্ধতিৰে পৰিচালিত হ'ব পাৰিব।

ভাৰতবৰ্ষৰ প্ৰত্যেক ৰাজ্যতে প্ৰযোজ্য হোৱাকৈ একো একোখন সমবায় আইন আৰু বিধি প্ৰৱৰ্তিত হৈ আছে। তেনে এখন আইন আৰু বিধি হ'ল অসমত প্ৰৱৰ্তিত হৈ থকা Assam Co-operative Societies Act, 1949 and Rules 1953, এই আইনখন কাৰ্য্যকৰী দিশত ৰাজ্যিক ভিত্তিত ৰাজ্য চৰকাৰৰ অধীনত সমবায় সমিতিসমূহ পঞ্জীয়ক [Registrar of Co-operative Societies), জিলা ভিত্তিত উপ-পঞ্জীয়ক [Dy-Registrar of Co-operative Societies), মহকুমা ভিত্তিত সহ-পঞ্জীয়ক [Assistatnt Registrar of Co-operative Societies) সমূহে সমবায় প্ৰতিষ্ঠানসমূহৰ পৰিচালনাৰ তদাৰক কৰে। উপৰোক্ত বিভাগসমূহৰ লগত বাণিজ্যিক ছাত্ৰ-ছাত্ৰীকে ধৰি সকলো ধৰণৰ নিবনুৱা যুৱক-যুৱতীয়ে যোগাযোগ কৰি সম্ভাৱনাপূৰ্ণ যি কোনো উদ্দেশ্যত সমবায় প্ৰতিষ্ঠান গঢ়ি তুলিব পাৰে।

ৰাজ্য চৰকাৰসমূহে বিভাগীয় মন্ত্ৰীৰ সহযোগত চৰকাৰৰ অধীনস্থ সমবায় বিভাগৰ জৰিয়তে উচ্চ ক্ষমতাসম্পন্ন কমিটি (High Power Committee) গঠন কৰি তাৰ পৰামৰ্শ অনুসৰি অঞ্চল বিশেষে থকা সম্ভাৱনীয়তাৰ ওপৰত স্থানীয় নিবনুৱা যুৱক-যুৱতীক লৈ নতুন নতুন সমবায় অনুষ্ঠান গঢ় দিয়াত মুখ্য ভূমিকা গ্ৰহণ কৰিব পাৰে। কেন্দ্ৰীয় চৰকাৰৰ সহায়ৰ উপৰিও ৰাজ্য চৰকাৰসমূহে সমবায় প্ৰতিষ্ঠানসমূহক অধিক সবল কৰিবলৈ উদ্‌গণিমূলক ব্যৱস্থা হিচাপে সুস্থভাৱে পৰিচালিত হৈ থকা দুয়োবিধ সমবায় প্ৰতিষ্ঠান নাম হ'ল ঃ-

(ক) Co-operative Banking Society and
(খ) Non-Banking Co-operative Society

সমবায়সমূহক পৰিশোধ নকৰিবলগীয়া বাৰ্ষিক বৰঙণি (Non Refund-able Financial Assistance) যোগান ধৰিব পাৰে। তদুপৰি অ-বিত্তীয় সমবায় প্ৰতিষ্ঠানসমূহ তথা ৰাজ্য চৰকাৰৰ অধীনস্থ বিভাগসমূহক সমবায় বেংক আৰু বিত্তীয় প্ৰতিষ্ঠানত নিজা নিজা হিচাপ খুলিব পাৰে। ৰাজ্য চৰকাৰে কৰ্তৃত্ব বা নীতি নিৰ্দেশনা দিয়া আৰু অন্যান্য উদ্‌গণিমূলক ব্যৱস্থাও গ্ৰহণ কৰিব পাৰে। এইবোৰ কৰিলে সমবায় অনুষ্ঠানবোৰৰ প্ৰতি সাধাৰণ মানুহৰ মাজত থকা ভুল ধাৰণা দূৰ হ'ব আৰু স্থানীয় সম্পদৰ সু-ব্যৱহাৰ কৰি নিবনুৱা সমস্যা সমাধান ক্ষেত্ৰত সমবায়ে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব পাৰিব। ◆

# নলিনীবালা দেৱীৰ কাব্য প্ৰতিভা

শ্ৰী সুমন সুগন্ধি মহন্ত
স্নাতক দ্বিতীয় বৰ্ষ

অসমীয়া কাব্য জগতত এক স্মৰণীয় ব্যক্তিত্বৰ অধিকাৰিণী কবি নলিনীবালা দেৱী। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ কন্যা নলিনীবালা দেৱী অসমৰ কবিসকলৰ ভিতৰত অন্যতম। ১৮৯৮ খৃঃৰ মাৰ্চ মাহত বৰপেটাত তেওঁৰ জন্ম হয়। তেওঁৰ মাতৃ আছিল হেমন্তকুমাৰী দেৱী। নলিনীবালা দেৱীয়ে শৈশৱ কালত কোনো পঢ়াশালিত শিক্ষা গ্ৰহণ কৰা নাছিল। ১৯০৯ খৃঃত ১২ বছৰ বয়সতে জীৱেশ্বৰ চাংকাকতিৰ লগত বিবাহ হয় যদিও বিয়াৰ আঠ বছৰৰ পাছতেই স্বামীৰ অকাল বিয়োগ ঘটে। স্বামী বিয়োগৰ শোকৰ বহ্নি নুমাবলৈ নৌপাওঁতেই তেওঁৰ স্নেহৰ পুত্ৰ পৱিত্ৰ আৰু কন্যা পুতলীকো হেৰুৱাব লগা হয়। আপোনজনৰ মৃত্যুশোকৰ আঘাতে নলিনীবালাদেৱীক গভীৰ ভাৱে ব্যথিত কৰিছিল। সমালোচকসকলৰ মতে ব্যক্তিগত জীৱনৰ এই দুখ-বেদনা আছিল তেওঁৰ কবিতাৰ মূল উৎস।

মানুহৰ হৃদয় অনন্ত অনুভূতিৰ উৎস। অনুভূতি যেতিয়া উচ্ছসিত হৈ ছন্দৰে ৰূপায়িত হয় তেতিয়াই কবিতা নাম পায়। সেই কবিতাই যেতিয়াই আনৰ অনুভূতিক স্পৰ্শ কৰিব পাৰে, তেতিয়াই সি আনৰো আদৰণীয় হয়। কবি নলিনীবালা দেৱীৰ ক্ষেত্ৰত এনে দেখা যায়। কবিৰ দাম্পত্য তথা পাৰিবাৰিক জীৱন কাৰুণ্যৰে পৰিপূৰ্ণ। অকালতে স্বামী হেৰুৱা বৈধব্যৰ অন্তৰখনেৰে নৈসৰ্গিক সৌন্দৰ্য্যৰ বিশাল প্ৰাংগণত থিয় দি প্ৰকৃতিৰ বাহ্যিক বৰ্ণালি কবি বিমুগ্ধ হোৱা নাই। কবিয়ে প্ৰকৃতিৰ প্ৰকৃত সৌন্দৰ্য্য, উপলব্ধি কৰিব পাৰিছে চৰাইৰ সুললিত সংগীত, জান-জুৰি, নৈৰ কুলু কুলু ধ্বনি, ধ্যান-গম্ভীৰ পৰ্বতৰ ৰূপৰ মাজত।

পাৰ্থিৱ জীৱনলৈ অহা গভীৰ সংঘাতে কোমল বয়সৰ নাৰীগৰাকীক অস্থিৰ অশান্ত কৰিব নোৱাৰাৰ অন্তৰালত তেখেতৰ পিতৃ আৰু পিতৃগৃহৰ পৰিবেশ আছিল অন্যতম কাৰক। তৎকালীন সমাজৰ চিৰাচৰিত নিয়মমতেই বৈধব্যৰ শুভ্ৰ সাজ পৰিহিতা তপস্বিনীৰ বেশতে নিজৰ কন্যাক 'মহাশ্বেতা' ৰূপে দেখাৰ কল্পনা কৰিব পাৰিছিল নবীনচন্দ্ৰ বৰদলৈয়ে। 'মহাশ্বেতা' ৰূপত চাব পৰা পিতৃজনাই নলিনীবালা দেৱীৰ হাতত তুলি দিয়া 'শ্ৰীমদ্ভাগৱৎ' খনেই হয়তো আছিল পদ্মশ্ৰী কবিৰ কাব্য প্ৰেৰণাৰ উৎস। সেই বাবেই নলিনীবালা দেৱীৰ সৃষ্টিকৰ্মৰ মূল হ'ল ভাৰতীয় দৰ্শন আৰু ৰহস্যবাদ।

নলিনীবালা দেৱীয়ে 'পিতা' নামৰ কবিতাৰ জৰিয়তে কাব্যজগতখনত ভুমুকি মাৰিছিল। তেওঁৰ সৃষ্টিকৰ্মৰ ভিতৰত সন্ধিয়াৰ সুৰ (১৯৮২), সপোনৰ সুৰ (১৯৪৩), পৰশমণি (১৯৫৩), যুগদেৱতা (১৯৫৭), অলকানন্দা (১৯৬৭) আদি প্ৰধান কবিতা পুথি সংকলন।

১৯৫৪ চনত অসম সাহিত্যসভাৰ ত্ৰয়োত্ৰিংশ যোৰহাট অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰা এইগৰাকী বিৰল গুণসম্পন্না কবিয়ে ১৯৫৮ চনত ভাৰত চৰকাৰৰ পৰা 'পদ্মশ্ৰী' আৰু ১৯৬৮ চনত 'অলকানন্দা' কবিতা পুথিৰ বাবে অকাডেমী বঁটা লাভ কৰিছিল। অসমৰ নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই তেওঁক 'কাব্য ভাৰতী' উপাধিৰে বিভূষিত কৰিছিল।

নলিনীবালা দেৱীৰ কবিতাৰ অতীন্দ্ৰিয়বাদ ধাৰাটিত প্ৰকাশৰ মাধ্যম চাৰি প্ৰকাৰৰ ঃ— কাৰুণ্য বিগলিত ভক্তিপ্ৰৱণ প্ৰাৰ্থনাৰ কোমলতা, জন্মান্তৰবাদ, ৰহস্যবাদ আৰু ৰোমান্টিক বিষাদ।

কবি নলিনীবালা দেৱীৰ প্ৰায়ভাগ কবিতাতেই তেওঁৰ জীৱন-যৌৱনৰ অপূৰ্ণতাৰ উপলব্ধিজনিত কৰুণ বিগলিত বিননি শুনা যায়। প্ৰাৰ্থনাৰ কোমলতা পোৱা যায়। কবিয়ে 'অনাহুত' কবিতাত কৈছে ঃ

'বিয়াকুল শত আশা
হিয়াতেই নিতে মাৰ যায়
জীৱনত কোনো দিনে
দেখা জানো নাপাম তোমাক।
ভিক্ষা পাত্ৰখনি মোৰ নিদিবানে অমৃতেৰে পুৰি?
ধূলিময় পৃথিৱীৰ পৰা
নলবানে
নলবানে তুলি ....?'

কবি নলিনীবালা দেৱীৰ কবিতাৰ স্নায়ুকেন্দ্ৰই হৈছে জন্মান্তৰবাদ। তেওঁ গীত দৰ্শনেৰে পৰিপুষ্ট মনৰ অধিকাৰিণী।

আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰ বাদৰ বিষয়ে কবিৰ ধাৰণা স্পষ্ট। কবি নলিনীবালা দেৱীয়ে 'পৰম তৃষ্ণা' নামৰ কবিতাটিত ভাৰতীয় মনৰ আধ্যাত্মিক বিশ্বাসক সুন্দৰভাৱে প্ৰকাশ কৰিছে। কবিৰ মতে জন্ম-মৃত্যু দুখন দুৱাৰেৰে অহা-যোৱা কৰি থকা মনুষ্যৰ আত্মা কেৱল দেহ পিঞ্জৰাত বন্দী ক্ষণিকৰ আলহী । যিদৰে সন্ধিয়াৰ দিগন্তত পাখিত পাখি লগাই দূৰণিৰ পখীজাক যায় ঠিক সেইদৰেই মানৱ আত্মাই দেহৰূপী সঁজাৰ পৰা মুক্তি লাভ কৰি পৰমাত্মাৰ লগত মিলি যাব বিচাৰে। 'পৰম তৃষ্ণা'ত এই ভাৱ অতি স্পষ্ট ভাৱে প্ৰকাশ পাইছে।

'দূৰণিৰ পখীজাক মিলি যায় দিগন্তত
মাতি যায় আকুল সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত।
জীৱন লগৰী মোৰ পিঞ্জৰাৰ পখীটিও
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।"

ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে কবিতাটিৰ সম্পৰ্কত মন্তব্য দাঙি ধৰিছে এইদৰে ' জাগতিক বৰ্ণ বৈষম্যৰ অন্তৰালত আত্মগোপন কৰি থকা সত্য-শিৱ-সুন্দৰৰ লগত মিলনেই কবিৰ চৰম আকাংক্ষা। জীৱনৰ বিৰহ বেলাভূমিত প্ৰিয়তমৰ লগত মিলনেই কবিৰ ইপ্সিত লক্ষ্য।'

'অসীম জীৱন' নামৰ কবিতাত কবিয়ে প্ৰকাশ কৰে মৃত্যুয়েই জীৱনৰ সৰ্বশেষ সমাপ্তি নঘটায়। আত্মাই মৰণ অতিক্ৰম কৰি ভিন ভিন জীৱনৰ মাজেদি আত্মাৰ অমৰত্ব অব্যাহত কৰি ৰাখে। কবিতাটো এনে ধৰণৰ ঃ

'মৰণত নহয় শেষ জীৱন সমাধি
আৰু আছে জীৱনৰ অসীম পৰিধি ....'

মানুহৰ কামনা বাসনা অসীম। মানুহৰ তৃপ্তি হ'ল পোৱাৰ মাজত। ভোগ বিলাসে মানুহক তৃপ্তি দিব নোৱাৰে। সেই বাবে কবিয়ে উল্লেখ কৰিছে ঃ

"পাইছো সকলো যেন
নাই পোৱা তেওঁ
কিবা এটি নাই নাই নাই।"

অতীন্দ্ৰিয়বাদী কবি নলিনীবালাদেৱী আশাবাদী। কবিগৰাকীয়ে বিশ্বাস কৰে যে এদিন নহয় এদিন পৰমজনে তেওঁক আকোঁৱালি ল'ব। তেওঁ এই যাত্ৰা মৰণ কালত হ'লেও সাৰ্থক হ'বই। সেয়ে তেওঁ ভগবানক প্ৰশ্ন কৰিছে।

ধূলিময় পৃথিৱীৰ পৰা
নলবানে নলবানে তুলি ?
তোমাৰ অমৃত স্পৰ্শে
শীতলাই তনু মন প্ৰাণ
নিদিবানে শেষবাৰ মোক দুখ সন্তাপ পাহৰা
শান্তিময় চৰণত স্থান ?

নলিনীবালা দেৱীৰ ঈশ্বৰবাদ বা অতীন্দ্ৰিয়বাদৰ এটা গুৰুত্বপূৰ্ণ ধাৰা হৈছে ৰহস্যবাদ। জীৱনৰ সপোন ভঙাৰ যন্ত্ৰণা। চৰম সুখৰ প্ৰয়াস আৰু দুয়োটাৰ ফলশ্ৰুতি স্বৰূপে গভীৰ দুখবাদৰ সৃষ্টি হৈ ৰহস্যবাদৰ সুৰ অনুৰণিত হয়। কবি নলিনীবালা দেৱীৰ ৰহস্যবাদত অনুভূতিক এক চৰম কোমলতা দেখা যায়। সকলো সুন্দৰ আৰু সুকোমলতাৰ সৈতে আপুনি হিয়াৰ কোমলতাক মিলাব খুজি ৰহস্যবাদী কবিগৰাকীয়ে কৈছে ঃ

'পুৱতিৰ শুভ লগনত
অৰুণৰ ৰঙা পোহৰত
তোমাৰ লগত মোৰ
অনন্ত মিলন
নিতে দেখা শেৱালি।

কবি নলিনীবালা দেৱীয়ে জীৱন আৰু জগতৰ অসংখ্য ৰহস্য ভেদ কৰিবলৈ গৈ জীৱন আৰু জগতৰ সম্পৰ্কে সুকীয়া সুকীয়া উপলব্ধিৰ স্বৰ্ণদুৱাৰ উন্মোচন কৰিছে। তেওঁ জীৱনত পোৱা বিফলতা উপলব্ধি কৰিছে কিন্তু বিফলতাক সফল কৰিব পৰাৰ বাস্তৱ পন্থা নাই। আশা আছে কিন্তু আশা পূৰণৰ মাধ্যম নাই। সেইবাবেই বিফলতাই চুৰমাৰ কৰা জীৱনত কল্পনা আৰু আশাৰ সঞ্জীৱনী ঃ

'তুমি ক'ৰ পৰা দূৰে দূৰে দূৰে
মধু মুৰুলীৰ সুৰে সুৰে সুৰে
মৌন বীণত আঙুলি বুলাই
শুনালা অজান সুৰ
তন্দ্ৰা টুটিল সপোন ভাগিল
সুৰৰ পৰশে ছন্দ জাগিল
নুমুৱা প্ৰদীপ জ্বলিল
এন্ধাৰ পঁজাত মোৰ।"

কবিগৰাকীয়ে 'নাটঘৰ' নামৰ কবিতাটোৰ যোগেদি ব্যক্তিগত জীৱনৰ অসাৰ্থকতা আৰু বিফলতাক প্ৰকাশ কৰিছে। কবিতাটিত তেওঁ কৈছে যে বিফলতাৰে-ভৰা জীৱনৰ গীত গাই গাই তেওঁৰ চকুলো উপচি পৰে আৰু অবিৰত চকুলোৰে বিশাল সাগৰৰ কূল ওপচাই পেলায়। নাটঘৰ কবিতাটিত তেওঁ লিখিছে —

বিফলতা লৈয়ে এই ৰচিলো জীৱন গীত
সৰি পৰে দুচকুৰ নীৰ
বিশাল বিশ্বত মাথো নয়নৰ লোৰে মোৰ
উপচিল সাগৰৰ তীৰ।

মানুহৰ জীৱনটো নাটঘৰৰ দৰেই ক্ষন্তেকীয়া। মৰম চেনেহ, প্ৰেম অনুৰাগ আদি সকলোবোৰ ক্ষন্তেকীয়া। জীৱনৰ নাটত প্ৰত্যেকেই নিজৰ নিজৰ অভিনয় কৰিছে আৰু আঁৰ কাপোৰ পৰাৰ পিছত অভিনেতা, দৰ্শক নিজ নিজ লক্ষ্যলৈ উভতি গৈছে। কিন্তু নাটঘৰৰ আঁৰকাপোৰ পৰাৰ পাছতো কোনোবাটো চৰিত্ৰৰ অভিনয়ৰ স্মৃতি অলপ দিনলৈ আমাৰ মনৰ মাজত ৰৈ যায়। সেয়ে কবিগৰাকীয়ে 'নাটঘৰ' কবিতাটিত কৈছে

"ভাগিল জীৱন নাট পৰি ৰ'ল যৱনিকা
পুঁৱতিৰ তৰাও লুকাল
শূন্য আজি নাটঘৰ স্মৃতিৰ শলিতা জালি
বহি বহি ৰাতিটো পুৱাল।

নলিনীবালাদেৱীৰ কবিতাত এক গভীৰ দুখবাদৰ বিষাদৰ হৃদয় বিদীৰ্ণ কৰা দুখৰ সুৰ অনুৰণিত হোৱা শুনা যায়। কবিগৰাকীৰ এই দুখ ৰোমান্টিক দুখবাদ। তেওঁৰ এই ৰোমান্টিক দুখবাদ বা বিষাদৰ প্ৰমাণ কিছুমান কবিতাৰ মাজেৰে প্ৰকাশ পাইছে।

'সকৰুণ সুৰ এটি
বাজে মাথো দিনে ৰাতি
আকুল উদাসী সুৰে
ফুটে তাত মাথো এটি গীতি
বীণৰ কৰুণ সুৰে
অতীতৰ স্মৃতি সোঁৱৰাব
বুকুৰ তলিৰ পৰা
হুমুনিয়া আজুৰি আনিবা।'

আধ্যাত্মিক জগতত সুন্দৰৰ সন্ধান কৰি ফুৰা কবিগৰাকীয়ে বাস্তৱ জীৱনত 'জনমভূমিৰ' প্ৰতি থকা অপৰিসীম শ্ৰদ্ধা, প্ৰেম প্ৰীতিক যি ওজস্বী ভাষাৰে মানুহৰ অন্তৰ চুই যাব পৰাকৈ প্ৰকাশ কৰিছে তাক কেতিয়াও মানুহে পাহৰিব নোৱাৰে। সুখে-দুখে জন্মভূমিৰ সেৱা কৰি জন্মভূমিৰ ধূলিকণাৰ লগতে মিহলি হৈ থাকিবলৈ কবিৰ প্ৰৱল ইচ্ছা। জীৱনৰ আদিম পুৱাতে জন্মভূমিক বুকুত চকুমেলি বতাহ পানী খাই ডাঙৰ দীঘল হোৱা জন্মভূমিক মৃত্যুৰ পিছতো আকাশে বতাহে মিলিত হৈ জান-জুৰি বনৰ চৰাই হৈ থাকিবলৈ কবিৰ প্ৰৱল ইচ্ছা আছে। কবিগৰাকীৰ বাবে জন্মভূমি হ'ল —

'দুখীয়াৰ ভঙা পঁজা
একোখনি তীৰ্থ তাত
একোখনি পূণ্যৰ আশ্ৰম ....'

নলিনীবালা দেৱীৰ কবিতাসমূহৰ মাজেদি জাগতিক সৌন্দৰ্য, অতীন্দ্ৰিয় প্ৰেম, মুক্তিৰ কামনা, বিশ্বজগত আৰু পৰমাত্মাৰ গভীৰ সম্পৰ্ক কৰ্মফল আৰু জন্মান্তৰবাদ, অতল দেশাত্মবোধ আদি অনেক ভাৱেৰে পৰিপূৰ্ণৰূপতে প্ৰকাশিত বিকশিত হৈছে। জীৱনলৈ অহা প্ৰতিটো সংঘাতকে যদি আমি লুটিয়াই চাব জানো তাতেই আমাৰ সফলতা লুকাই থাকে। কথাষাৰৰ যথাৰ্থতা ঘটিছে কবি গৰাকীৰ জীৱনত। কষটি শিলত ঘঁহিলে যিদৰে সোণ উজ্বল হয়, নলিনীবালা দেৱীও পাৰ্থিৱ সংঘাতৰ ঘৰ্ষণৰ মাজেদিয়ে অসমীয়া কাব্য সাহিত্যৰ জগতত সোণৰ দৰে উজলি থাকিব।◆◆

আনক সমালোচনা কৰিবলৈ যোৱাৰ আগতে নিজকে সমালোচনা কৰা। নিজে শুদ্ধ আৰু পবিত্ৰ হ'ব পাৰিলেহে আনৰ বিষয়ে মতামত দিয়াত যোগ্যতা অৰ্জন কৰিব পাৰিবা।

— ছক্ৰেটিছ

# অসমৰ স্বাধীনতা আন্দোলনৰ প্ৰথম শ্বহীদ পিয়লি ফুকন

**(বুৰঞ্জীৰ এক উপেক্ষিত অধ্যায়)**

মঃ খালেহ উল ইছলাম
স্নাতক (প্ৰথম বৰ্ষ)

খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ আগছোৱাত সুদূৰ দক্ষিণ-পূব এচিয়াৰ মুংৰিমুংৰামৰ পৰা মুংখামুংজো ৰাজ্যৰ ৰজা চুওখুন ন্যুইৰ দ্বিতীয় ৰাজকোঁৱৰ চাওলুং চুকাফাই অসীম সাহস, অফুৰন্ত উদ্যম, দিগন্ত বিস্তাৰিত দুৰদৰ্শিতা, বদান্যতা আৰু পাৰ ওপচা উদাৰতাৰে পাটকাই পৰ্বত পাৰ হৈ ১২২৮ চনৰ ৩ ডিচেম্বৰত (১১৫২ শকৰ ১৬ আঘোণ) সৌমাৰ খণ্ডত প্ৰৱেশ কৰি উত্তৰ-পূব ভাৰতৰ ইতিহাসত সমন্বয়ৰ কঠিয়া তলীত যি সোণালী শস্যৰ দেশ মুংডুন চুনখামৰ সৃষ্টি কৰিছিল ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত মান আৰু ইংৰাজৰ মাজত হোৱা 'ইয়াণ্ডাবু সন্ধি'য়ে সুজলা সুফলা চিৰউদিত সূৰ্য্যৰ সেই দেশক পৰাধীনতাৰ শিকলিৰে আৱদ্ধ কৰে।

১৮২৬ ৰ পৰা ১৮৩০ চনৰ সেই চাৰি বছৰীয়া কালছোৱা প্ৰতিজন অসমীয়াৰ বাবে আছিল অতিদুৰ্দশাগ্ৰস্ত সময়। এই সময়ছোৱাত অসমৰ পৰা মান খেদোৱাৰ নামত অসমলৈ অহা ইংৰাজ বণিক গোষ্ঠীয়ে দেশখনক সুস্থিৰ আৰু পুনৰ গঠনৰ আঁৰ লৈ গোজেই গজালি হৈ শিপাবলৈ ধৰিলে। এদেও-দুদেওকৈ অসমৰ শাসন কাৰ্যতো ইংৰাজ বণিক গোষ্ঠীয়ে হস্তক্ষেপ কৰিবলৈ ধৰিলে। ফলস্বৰূপে উদাৰ আৰু সহজ-সৰল অসমীয়াই অভাৱ-অনাটনত জৰ্জৰিত হৈ থকা স্বত্বেও সংগঠিত হ'ব লগা হৈছিল পৰাক্ৰমী বিদেশী কোম্পানীৰ বিৰুদ্ধে। মানৰ শেহতীয়া আক্ৰমণৰ সময়ত বৃহৎ সংখ্যক অসমীয়া প্ৰজা নগাপাহাৰ, আবৰ পাহাৰ, মিচিমিপাহাৰ, খাছিয়া-জয়ন্তীয়া, ত্ৰিপুৰা আৰু কোচ-বিহাৰ আদিলৈ পলাই যোৱাত অসমখনেই প্ৰায় জনশূন্য হৈ পৰিছিল। তেনে প্ৰতিকূল পৰিবেশৰ মাজতো শক্তিশালী-বিদেশী শাসকৰ বিৰুদ্ধে তাকৰীয়া জন-গণক জাগ্ৰত কৰি প্ৰথম অসমীয়া স্বাধীনতা আন্দোলনক সবল নেতৃত্ব দিয়া ব্যক্তিগৰাকীৰ নাম আছিল পিয়লি ফুকন।

মানক অসম ৰাজ্যৰ পৰা বিতাৰিত কৰি এই ৰাজ্যৰ শাসনভাৰ এজন উপযুক্ত স্থানীয় ৰজাৰ হাতত ন্যস্ত কৰিম বুলি ঘোষণা কৰি অসমলৈ অহা ইংৰাজ বণিক গোষ্ঠীয়ে মান খেদোৱাৰ পাছতো অসম এৰি নগৈ নিজ শাসন ব্যৱস্থাৰে গজগজীয়া কৈ থিতাপি ল'ব ধৰা কাৰ্য্য প্ৰণালীয়ে অসমীয়া ডা-ডাঙৰীয়া আৰু প্ৰজাবৰ্গক ভীষণ অসন্তুষ্ট কৰি তুলে। ফলত ইয়েই স্বাধীনতা আন্দোলনক উদ্‌গণি জগোৱাত সহায়ক হৈ পৰে। পিয়লি ফুকনে বগা বঙালক অসমৰ পৰা খেদি পূৰ্বৰ স্বৰ্গদেউৰ অধীনত থকা অসম খণ্ডৰ শাসন ব্যৱস্থাক ঘূৰাই আনিবলৈ বিদ্ৰোহত নেতৃস্থানীয় ভূমিকা লোৱা দিহিঙ্গিয়া ফৈদৰ গমধৰ কোঁৱৰক অসমৰ ৰজা বুলি ঘোষণা কৰিলে। অসমৰ প্ৰথম স্বাধীনতা আন্দোলনত এইজনা গমধৰ কোঁৱৰকে প্ৰথম বিদ্ৰোহী আৰু পিয়লি ফুকনক প্ৰথম শ্বহীদ বোলা হয়।

পিয়লি ফুকন, গমধৰ কোঁৱৰ, জীউৰাম দুলীয়া বৰুৱা আৰু হৰনাথ পানীফুকন আদি কৰি এই চাৰিজন নেতৃস্থানীয় লোকেই চাৰিভাগত বিভক্ত হৈ ইংৰাজৰ বিৰুদ্ধে সশস্ত্ৰ বিদ্ৰোহৰ আঁচনি তৈয়াৰ কৰিছিল। পিয়লি ফুকনে শিৱসাগৰৰ সীমামূৰীয়া তিৰুপামৰ আৰু গেলেকীৰ পাহাৰীয়া অঞ্চলত থকা শিবিৰ পৰিচালনা কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে পিয়লি ফুকন আছিল অসমলৈ মান অনা বদন বৰফুকনৰ মাজুপুত্ৰ। জন্মি পিয়লি ফুকনৰ ককায়েক, এখেতে তিৰুপামৰ সৈন্য শিবিৰ পৰিচালনা কৰিছিল। পিতৃ বদনে অসমলৈ মান আনি প্ৰজাৰ যি দুখ-দুৰ্দশাৰ সৃষ্টি কৰিলে আৰু মানৰ অত্যাচাৰত জুৰুলা হোৱা অসমীয়া প্ৰজাৰ দুৰ্বলতাৰ সুযোগ লৈ সাত-সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা বেপাৰ কৰিবলৈ অহা বিদেশী ইংৰাজে মান খেদাৰ আঁৰ লৈ অসম ৰাজ্যৰ শাসনভাৰ নিজৰ হাতলৈ নি প্ৰজাৰ যি অৱৰ্ণনীয় দুখ নিৰ্যাতন ঘটালে তাৰেই প্ৰায়শ্চিত্ত ৰূপে ইংৰাজ বেপাৰীক খেদি দেশৰ স্বাধীনতা উদ্ধাৰ কৰিবলৈ পিয়লি ফুকন দৃঢ়প্ৰতিজ্ঞ হৈছিল।

সেই সময়ত অসমত ইংৰাজ বণিক গোষ্ঠীক মুখ্য নেতৃত্ব দিছিল কৰ্ণেল কুপাৰ আৰু নিউভিল চাহাবে। ১৮৫০ শকৰ কাতি মাহৰ ১৮ তাৰিখৰ দিনা নিউভিল চাহবে জানিব পাৰে যে অসমীয়া বিদ্ৰোহীসকলৰ ইংৰাজ সেনাৰ সৈতে এখন ৰণ হ'ল। তেতিয়াই নোম টেঙৰ কাপ্তান নিউভিলে এই বুলি ঘোষণা কৰিলে যে ৰজা নিজে আহক, আমি তাকে ৰজা পাতিম। সহজ-সৰল ৰাজমাওৰে কুট-বুদ্ধিত পাৰ্গত, বিশ্বাসঘাতক বণিয়া, ইংৰাজৰ ফাকতি নুবুজি গমধৰ কোঁৱৰৰ পিন্ধা কাপোৰ নিবলৈ অহা ল'ৰা এজনৰ লগতে ইংৰাজৰ কেইজনমান কটকীও চাহাবৰ সজাতি হিচাবে কোঁৱৰৰ ওচৰলৈ লৈ গ'ল। এই ধূৰ্ত লোক কেইজনেও নগাচাওত থকা গমধৰ কোঁৱৰক বুজাই বঢ়াই ইংৰাজৰ শিবিৰলৈ আনি সম্পূৰ্ণ বিশ্বাসঘাতকতাৰে ৰজা গমধৰ কোঁৱৰক বন্দী কৰে। বিচাৰত ইংৰাজে গমধৰ কোঁৱৰক ১৪ বছৰৰ বাবে ঢাকাৰ ওচৰৰ ৰংপুৰত নিৰ্বাসন দণ্ডৰে দণ্ডিত কৰিলে।

ইংৰাজে গমধৰ কোঁৱৰক বন্দী কৰাৰ লগে লগে সৰহ সংখ্যক বিদ্ৰোহীয়ে পিয়লি ফুকনৰ নেতৃত্বত গেলেকী, তিৰুপথাৰ, জৰকাত থকা বিদ্ৰোহী শিবিৰবিলাকত যোগ দিয়ে। আনহাতে গমধৰ কোঁৱৰ

লগত বন্দী হোৱা বিদ্ৰোহী অসমীয়ালোক কেইজনওে এক সপ্তাহ নৌহওঁতেই ইংৰাজ জেলৰ পৰা পলাই আহি পুনৰ বিদ্ৰোহী শিবিৰত যোগ দিয়েহি। পিয়লি ফুকনৰ সৱল-সুস্থ নেতৃত্ব , হৰনাথ পানীফুকনৰ অপৰিসীম শ্ৰম আৰু নিষ্ঠা, জীউৰাম দুলীয়া বৰুৱাৰ সাহসিকতাপূৰ্ণ সহযোগ আছিল স্বাধীনতাপিপাসু পিয়লি ফুকনৰ নেতৃত্বাধীন প্ৰথম বিদ্ৰোহৰ অন্যতম প্ৰেৰণাৰ উৎস । পিয়লি আছিল জন্মৰে পৰা বাত-বিষত আক্ৰান্ত ব্যক্তি। এটা ঘৃণীয়া দেহৰ গৰাকী হোৱা স্বত্ত্বেও পিয়লি ফুকনে গমধৰ কোঁৱৰৰ আধৰোৱা বিপ্লৱক জাগ্ৰত কৰিবলৈ পাহাৰ ভৈয়াম একলগ কৰি বিদ্ৰোহী কাৰ্যাকলাপ সম্পন্ন কৰিছিল। পশ্চিমৰ খাছিয়া পৰ্বতৰ পৰা পূৰ্বৰ চিংফৌলৈকে আৰু ধনশিৰিৰ পৰা বুঢ়ী দিহিং নদীলৈকে পাহাৰ ভৈয়াম একগোট কৰি বিদ্ৰোহৰ অগণি জ্বলাই তুলিছিল।

বন্দুক-বাৰুদৰে সু-সজ্জিত ইংৰাজ সেনাৰ লগত ঢাল তৰোৱাল আদিৰে যুঁজ দিবলৈ যোৱাটো সহজ নহয় বাবেই পিয়লিয়ে ইংৰাজৰ সমানে ৰণ দিবৰ উদ্দেশ্যে বৰটোপ, বন্দুক, খাৰ বাৰুদ নিজা ৰবীয়াকৈ তৈয়াৰ কৰাৰ বিষয়ে চিন্তা কৰি জবকাত খাৰঘৰ, তিৰুপথাৰ শিবিৰত বন্দুক আৰু ৰঙাচিলা দুৱাৰৰ বাৰীত কাৰখানা পাতি বৰটোপ সাজি লৈছিল। ১৮৩০ চনটো অসমৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত এক উল্লেখনীয় বছৰ। সেই চনতে ৰাজ্যখনৰ দক্ষিণ দিশত খাছিয়া, উত্তৰ-পূৰ্বত চিংফৌ আৰু খামতি এই দুয়ো বিদ্ৰোহীৰ মাজ অংশত পিয়লি ফুকনৰ নেতৃত্বত অসমীয়াৰ ইংৰাজ বিৰোধী বিদ্ৰোহে ভৰ পক ৰূপ ল'লে। আন্দোলনৰ অন্যতম গুৰিয়াল হৰনাথ পানীফুকন আছিল অক্লান্ত কৰ্মী। আন্দোলনৰ ভৰপক অৱস্থাত হৰনাথ পানীফুকনে নিজে শদিয়াৰ খামতি ৰজালৈ বিদ্ৰোহৰ বাৰ্তা নিয়া চিঠি ইংৰাজ বিষয়াই পাই দুখন চিঠিসহ তেওঁক বন্দী কৰে।

হৰনাথ পানীফুকনক ইংৰাজে বন্দী কৰাৰ খবৰ পোৱাৰ লগে লগে বিদ্ৰোহী দলটোৱে তৎক্ষণাত ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। সেই উদ্দেশ্য অতি অলপ সময়ৰ ভিতৰতে গেলেকীত প্ৰায় পাঁচশমান বিদ্ৰোহী অসমীয়া সেনাৰ সমাবেশ হৈছিল। ১৮৩০ চনৰ মাৰ্চ মাহৰ এক সন্ধ্যা পৰত গেলেকীৰ পৰা ৰংপুৰত থকা ইংৰাজৰ খাৰঘৰত জুই দিয়াৰ উদ্দেশ্যে বিদ্ৰোহী দলটো আগবাঢ়িল। দলটো একেলগে আগ নাবাঢ়ি দুটা ভাগত বিভক্ত হৈ এটা দলে বৰআলিয়েদি খৰিকটীয়া আলিৰে আৰু আনটো দলে বাট লয় জয় খামদাং পথাৰৰ নৰা ভাঙি চমু বাটৰে ৰংপুৰলৈ। ইংৰাজৰ খাৰঘৰত জুই দিবলৈ অহাসকলৰ নেতাৰূপে আছিল পিয়লি ফুকন, পিয়লি বৰগোহাঁঞি, জীউৰাম দুলীয়া বৰুৱা, দেওৰাম দিহিঙীয়া, টিপমীয়া বৰুৱা আদি। এখন অপ্ৰকাশিত বুৰঞ্জীৰ উদ্ধৃতি অনুসৰি যথাসময়ত বিদ্ৰোহীসকলে শিবিৰ আক্ৰমণ কৰিলে আৰু জীউৰাম দুলীয়া বৰুৱা আৰু পিয়লি ফুকনে দুই দিশে খাৰঘৰত জুই দিছিল। প্ৰথম অৱস্থাত অসমীয়া সেনাই বগা-বঙালক কচুকটা দিলে। কিন্তু ইংৰাজৰ সৰহীয়া আৰু প্ৰশিক্ষিত সেনাৰ সন্মুখত বিদ্ৰোহী দলটো বেছি পৰ টিকিব নোৱাৰি যেনি-তেনি পলাবলৈ ধৰিলে। সেই অভিযানতে পিয়লি ফুকনক ইংৰাজ চিপাহীয়ে জয়সাগৰৰ ওচৰত বন্দী কৰি শিবিৰলৈ আনিলে। ৰণত জীউৰাম দুলীয়া বৰুৱা বেয়াকৈ আহত হয়। টিপমীয়া বৰুৱা আৰু জন্মী নগাপাহাৰলৈ পলায়। আনহাতে দহা ফুকন, বেণুধৰ গোহাঞিকে আদি কৰি ভালেকেইজন অসমীয়া দলনেতাক ইংৰাজ চিপাহীয়ে হত্যা কৰিলে।

বিদ্ৰোহত আগভাগ লোৱা পিয়লি ফুকন, জীউৰাম দুলীয়া বৰুৱা, ৰূপচান্দ কোঁৱৰ, দেওৰাম দিহিঙীয়া ফুকন, বম চিংফৌ আৰু হৰনাথ পানী ফুকনক বিচাৰৰ নামত পঞ্চায়তত থিয় কৰালে। এই পঞ্চায়তত মাধৰাম বৰগোহাঞি, মণিৰাম বৰুৱা, হৰনাথ বৰবৰুৱা আৰু তামুলীফুকন নামৰ কেইজনমান অসমীয়া ইংৰাজৰ অনুগত বিষয়াই আগভাগ লৈছিল। বিচাৰত পিয়লি ফুকনৰ ফাঁচীৰ হুকুম হ'ল আৰু সেই একে বিচাৰতে জীউৰাম দুলীয়া বৰুৱাৰো ফাঁচীৰ হুকুম হয়। আন আন অভিযুক্তসকলক সাত বছৰলৈকে ফাটেকত দিয়ে। তাৰোপৰি সেই বিচাৰতে কেইজনমানক চৈধ্যবছৰৰ নিৰ্বাসিন দণ্ডৰে দণ্ডিত কৰে। বিচাৰৰ অন্তত পিয়লি ফুকনে নিউভিল চাহাবক উদ্দেশ্যি স্পষ্ট ভাষাৰে কৈছিল — ' মই স্বদেশ উদ্ধাৰ কৰিবলৈ অহাটো সঁচা। পৰাধীন হৈ থাকিবলৈ কোনেও ভাল নাপায়। মৰণলৈ ভয় কৰি তোমালোকৰ বিৰুদ্ধে অস্ত্ৰ ধৰা নাই বুলি নকওঁ আৰু ক'বও নোৱাৰোঁ।'।

১৮৩০ চনৰ আগষ্ট মাহৰ ৬ তাৰিখে স্কট চাহাবৰ চেৰাপুঞ্জী আদালতত পিয়লি বৰফুকন আৰু জীউৰাম দুলীয়া বৰুৱাৰ ফাঁচীৰ হুকুমত অনুমোদন জনোৱা হয়। শিৱসাগৰৰ বৰপুখুৰী পাৰৰ উত্তৰ পূৰ্ব-কোণত একেদিনাই একে ঠাইতে দুখন ফাঁচীশালত পিয়লি ফুকন আৰু জীউৰাম দুলীয়া বৰুৱাক ফাঁচী দিয়া হয়। দুজন স্বদেশপ্ৰেমী ব্যক্তিক ৰাজহুৱা ভাৱে ফাঁচী দিয়া হৈছিল।

পিয়লি ফুকন আছিল গভীৰ আত্মবিশ্বাসী, নিৰ্ভীক আৰু অফুৰন্ত স্বদেশপ্ৰেমেৰে উদ্বুদ্ধ লোক। বিচাৰৰ সময়ত তেওঁ নিউভিল 'কেপ্তেনক কৈছিল, "যদিও মোৰ আজি এনেদশা তথাপি মোৰ বুদ্ধি জ্ঞান শেষ হোৱা নাই। মেগাজিনত জুই দিয়াৰ পাচত মোৰ সৈন্য সামন্ত পলাই গ'ল। নহলে এই ৰণ ইমানতে শেষ নহ'লহেঁতেন।" পিয়লি ফুকনৰ ইংৰাজ বিৰোধী এই বিপ্লৱে অসমত যি পৰিবেশৰ সৃষ্টি কৰি গ'ল অতি সুক্ষ্মভাৱে বিশ্লেষণ কৰিলে ক'ব পাৰি যে এই বিদ্ৰোহৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া সুদূৰ প্ৰসাৰী হৈ ৰ'ল। পাছৰ প্ৰজন্মৰ মণিৰাম দেৱান, পিয়লি বৰুৱা, কুশল কোঁৱৰ, কনকলতা, ভোগেশ্বৰী ফুকননী আদিৰ আত্মবলিদান তাৰ এক উজ্জল নিদৰ্শন। ◆◆

# অসমীয়া সংস্কৃতিলৈ ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ অৱদান

শ্ৰী শিল্পীকা বৰা
স্নাতক দ্বিতীয়বৰ্ষ

"সুন্দৰৰ যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰি মাতে
সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে"

প্ৰভাতে প্ৰভাতে ফুলি উঠা ফুল কুমলীয়া মনৰ সংবাদ যোৱা শতিকাৰ ত্ৰিশ চল্লিশৰ দশকত এজন শিল্পীয়ে দিব জানিছিল, পাৰিছিল অপূৰ্ব চিত্ৰময়তাৰে ভাষাৰে দাঙি ধৰিব। সেইজন শিল্পীয়েই হ'ল আলোক সন্ধানী, অসমত নৱ সংগীতৰ জন্মদাতা, ৰূপকোঁৱৰ, সংস্কৃতিৰ মুকুট স্বৰূপ, সুৰৰ সম্ৰাট, গীতৰ যাদুকৰ, ভাষা-সাহিত্যৰ পথ-প্ৰদৰ্শক, একেলেঠাৰিয়ে কবি, সাহিত্যিক, নাট্যকাৰ, সুঅভিনেতা, গায়ক, গীতিকাৰ, স্বাধীনতা সংগ্ৰামৰ এজন আগশাৰীৰ ব্যক্তি, জননীৰ প্ৰকৃত সন্তান, শংকৰ মাধৱৰ পাছতেই লেৰেলিব খোজা অসমীয়া সংস্কৃতিৰ বৃক্ষজোপাক সাৰ জাৱৰ চপাই সঞ্জীৱিত কৰিবলৈ উঠি পৰি লগা আমাৰ শ্ৰদ্ধাৰ পাত্ৰ অসমৰ শিৰৰ মুকুট, অসমীয়া জাতিৰ আপোন, হেপাঁহৰ, প্ৰিয়ভাজন, অসমৰ আকাশৰ পুঁৱতিৰ ধ্ৰুৱ তৰা স্বৰূপ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা।

১৯৩০ চনৰ ১৭ জুন তাৰিখে এইজনা অসমীয়া জাতিৰ সেৱকে জন্মলাভ কৰিছিল ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিছাত। তেখেতৰ পিতৃৰ নাম পৰমানন্দ আগৰৱালা আৰু মাতৃৰ নাম কিৰণময়ী আগৰৱালা। কবি চন্দ্ৰকুমাৰ আগৰৱালা জ্যোতিপ্ৰসাদৰ ৰৰদেউতাক আছিল। এসময়ত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে অসমক সাহিত্য-সংগীত কলাৰ পোহৰে জিলিকাই তুলিছিল। এইখিনি কৰিবৰ বাবে জ্যোতিপ্ৰসাদে সৰুৰে পৰা নীৰৱ সাধনা কৰিছিল। জ্যোতিপ্ৰসাদৰ জীৱন চৰিত্ৰৰ মাজত অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি সোমাই আছে। অসমীয়া সাহিত্য সংস্কৃতিৰ কাৰণে তেখেতে অশেষ চেষ্টা কৰিছিল। আগৰৱালাদেৱে অসমীয়া সাহিত্য, সংস্কৃতিলৈ যি অৱদান দি থৈ গ'ল, সেই কথা অসমীয়া ৰাইজে কেতিয়াও নাপাহৰে।

জ্যোতিপ্ৰসাদৰ ৰচনা সৰ্বতোপ্ৰসাৰী হ'লেও মৌলিক ৰূপত তেখেত আছিল এগৰাকী শিল্পী। নাট্যকাৰৰ ভূমিকাও কবি শিল্পী জ্যোতিৰেই এক অভিব্যক্তি বুলি নিঃসন্দেহে কব পাৰি। তেওঁৰ কাব্য বা কবিতা সংখ্যাৰ ফালৰ পৰা বহুত এনে কথা ক'ব নোৱাৰি। তেওঁতকৈ বেছি কবিতা লিখা কবি বহুকেইজন ওলাব, কিন্তু বহুমুখী প্ৰতিভাৰ অধিকাৰী হৈ কৰ্মব্যস্ত, নীতিদীৰ্ঘ জীৱনৰ ভিতৰত যিখিনি দেশপ্ৰেমমূলক কবিতা ৰচনা কৰি আমাক দি গ'ল সেইখিনিয়ে জ্যোতিপ্ৰসাদক অসমীয়া কাব্য সাহিত্যৰ বুৰঞ্জীত আগশাৰীৰ স্থায়ী আসন দিব বুলি আমি আশা কৰিছো।

কবি হিচাপে জ্যোতিপ্ৰসাদৰ কেইটামান স্বকীয় বৈশিষ্ট্য আমি লক্ষ্য কৰিব পাৰো। তেখেতৰ কবিতাত প্ৰধানকৈ জাতীয়তাবাদৰ ধাৰণাই প্ৰতিবন্ধক ৰূপে বৰ্তমানলৈকে থিয় দিব পৰা নাই। তেওঁ জাতীয়তাবাদ অক্ষুন্ন ৰাখিও সংকীৰ্ণ জাতীয়তাৰ উৰ্দ্ধত থাকিবলৈ সক্ষম হৈছে। কবিয়ে এই প্ৰসঙ্গতে গাই গ'ল ........

'লুইতৰ পাৰে পাৰে, ভাৰত সাগৰলৈ, মুকুতা বিচাৰি
ভটিয়াওঁ
ওপজা গাঁৱৰ পৰা, নিজৰাৰ পাৰেদি, জান-জুৰি নৈয়েদি
লুইতৰ ৰূপালীম বালিয়ে মই।
জোনাকত বালি ভাত খাওঁ।
সোৱণশিৰীয়া সোণ দিনৌ কমাওঁ।
মাৰ যোৱা বেলিটিৰ জিলিকনি ৰূপ মই
নতুন পুৱাৰ ছবি চাওঁ
মহাভাৰতৰ বাটে পৃথিৱীৰ সবাহলৈ যাওঁ,
মই কিন্তু শিল্পী প্ৰাণে গাঁৱৰ গণ্ডীতে থাকি,
উপজিয়ে হৈ আহোঁ বিশ্ব নাগৰিক।

আগৰৱালাদেৱৰ ৰচিত কবিতাসমূহৰ ভিতৰত প্ৰধানকৈ 'সুন্দৰৰ জয়যাত্ৰা', শিল্পীৰ আলোক যাত্ৰা, বেডিঅ', মহামানৱ, বিশ্বশিল্পী, যুক্তি, চিত্ৰলেখা, সাধক, সোণ সপোনৰ সাধু, লাচিতৰ আহ্বান, আহ অ' অকণি আহ, আদি। জ্যোতিপ্ৰসাদ সুন্দৰসেৱী শিল্পী আৰু কবি আছিল। জীৱনটো গঢ়ু দি সুন্দৰ কৰা প্ৰয়াসকে শিল্পীৰ আদৰ্শ বুলি কবিয়ে একাধিক ঠাইত ব্যক্ত কৰি গৈছে। ৰূপহী মদাৰৰ দৰে গুৰুতো নলগা, ভকততো নলগা, কেৱল ৰূপসৰ্বস্ব সুকুমাৰ কলা পৰিশোষক জ্যোতি নাছিল। তেওঁ বিমূৰ্ত সৌন্দৰ্যৰ পূজাৰী বা কবি নাছিল। জ্যোতিপ্ৰসাদে অনুভৱ আৰু বিশ্বাস

কৰিছিল যে যি কাব্য সাহিত্য আৰু সুকুমাৰ কলা এমুঠি অভিজাত শ্ৰেণী আৰু ভাগ্যৱান লোকৰ বিলাস-বিনোদৰ সামগ্ৰী ৰূপে ব্যৱহৃত হয়, সেই সাহিত্য বা কলাৰ কোনো সাৰ্থকতা নাই।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আলোক-সন্ধানী আছিল। তেওঁ যি এখন নিজা নিষ্পেষণহীন, মঙ্গলময় ৰাষ্ট্ৰ আৰু জগতৰ যি সপোন দেখিছিল এতিয়া নহ'লেও সেই স্বপ্ন হয়তো ভৱিষ্যতে দিঠক হ'ব। তাৰ কাৰণে আমি সকলো জনগণ একত্ৰিত হ'ব লাগিব।

জ্যোতিপ্ৰসাদৰ স্বাভাৱিক পৰিস্ফুৰণ ঘটিছে নাট্য ৰচনাত। ল'ৰালি কালৰ পৰা তেজপুৰৰ বাণ ৰঙ্গমঞ্চৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকাৰ কাৰণেই তেওঁৰ নাটকসমূহে কাব্যগুণসম্পন্ন হৈ মঞ্চত সফলতা লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁ এজন ভাল অভিনেতাও আছিল। জ্যোতিপ্ৰসাদৰ নাটত কাব্যধৰ্ম আৰু নাট্যধৰ্ম পৰিপূৰক হৈছে।

আগৰবালাই দেখিলে যে অসমৰ চাৰিওফালে বঙালী নাট, গীত, পুথি আদি ৰঘুমলাৰ দৰে বিয়পি পৰিছে। লগে লগে বিপ্লৱী শিল্পীৰ মনত জাগি উঠিল বিদ্ৰোহ; সৃষ্টি হ'ল শোণিত কুঁৱৰী। তেতিয়া তেওঁৰ বয়স আছিল চৈধ্য বছৰ। এই শোণিত কুঁৱৰীয়ে অসমীয়া সংগীতৰ প্ৰথম বিপ্লৱ আনে এই গীতিধৰ্মী নাট। শোণিত কুঁৱৰী নাটকখনৰ চিত্ৰলেখাৰ চৰিত্ৰটো সখী উষাৰ ছায়ামূৰ্ত্তি। উষাৰ অন্তৰত কামনাৰ ঢৌবোৰ নাচি উঠে, কিন্তু অনুভূতি জাগে চিত্ৰলেখাৰ মনতহে। সেই দেখি চিত্ৰলেখাই কৈছে।

'সখীৰ কামনাবোৰ
ৰ'ই ৰ'ই অন্তৰত মোৰ
ভুমুকি মাৰিছে, আঘাতত মোৰ
শিয়ৰি উঠিছে মোৰ.
হৃদয়ত মোৰ শত ব্যাকুলতা
কোন নজনাৰ ফালে
কিহৰ ৰহস্যফালে যাব খোজা হিয়া
সৃষ্টিৰ আদিৰ পৰা
অনন্ত কাললৈ
য'তবোৰ সৌন্দৰ্যৰ নিমাতি প্ৰতিমা
ফুলি উঠি
নিৰৱ হিয়াত জগালেহি
কিহৰ প্ৰেৰণা।

চিত্ৰলেখাৰ এই প্ৰেৰণাই হৈছে জ্যোতিপ্ৰসাদৰ দৰদী শিল্পীৰ মনৰ প্ৰেৰণা। চিত্ৰলেখাৰ চৰিত্ৰে জ্যোতিপ্ৰসাদৰ শিল্পীমনে সৃষ্টি কৰিব খোজা চৰিত্ৰ। সেয়ে চিত্ৰলেখাৰূপী জ্যোতিয়ে গাইছিল।

"ফুলিলে সহস্ৰফুল
ক'ত যুগ ধৰি
গাবহি অনন্তকাল ফুলিলে অমিয়া
বিলাব সৌৰভ ফুলি শত ফুল কলি
তথাপি নহ'ব যে শেষ
অতৃপ্ত হিয়াৰ মোৰ সৌন্দৰ্যৰ সাধনা।'

ইয়াৰ পাছতেই বিপ্লৱী শিল্পীৰ কলমৰ পৰা নিগৰি আহে বৈপ্লৱিক চিন্তা ধাৰাৰে সৃষ্টি কৰা কাৰেঙৰ লিগিৰী, ৰূপালীম, খনিকৰ, লভিতা, নিমাতি কইনা আদি। পাশ্চাত্য সংগীত অসমীয়া সংগীতত সুমুৱাৰ বাবে বহুতে আপত্তি কৰা দেখা যায়। এই বিষয়ে বিশ্ব কবিয়ে কি গ'ল ' আজিলৈকে ভাৰতীয় সংগীতে পাশ্চাত্য সংগীতক জীণ নিয়াব নোৱাৰাটো আমাৰ গীতসমূহৰ দুৰ্বলতাৰহে লক্ষণ। তেখেতৰ কবিতাত পোৱাৰ দৰে গীতসমূহতো আমি দুটা ভাৱৰ অভিব্যক্তি দেখিবলৈ পাওঁ — এটা হৈছে স্বদেশ প্ৰেম আৰু আনটো সুন্দৰৰ সন্ধান আৰু সাধনা।

আনহাতে জ্যোতিপ্ৰসাদৰ চলচিত্ৰৰ প্ৰতি ৰাপ আছিল অসীম। সেই কাৰণে প্ৰথমে লণ্ডন আৰু তাৰ পাছত বাৰ্লিনত এই শিল্পৰ বিষয়ে অধ্যয়ন কৰে। জ্যোতিয়ে এই শিল্পত বিশেষ ধৰণে পাৰদৰ্শিতা লাভ কৰিছিল। কিন্তু সেই কালছোৱা আজিৰ দৰে উন্নত নাছিল। শিল্পীৰ সংখ্যা তেনেই তাকৰ আছিল। মহিলাসকল মঞ্চলৈ আগবাঢ়ি আহিবলৈ সুবিধা নাপাইছিল । জ্যোতিয়ে বিভিন্ন ঠাইৰ পৰা শিল্পী নিৰ্বাচন কৰিছিল। শিল্পী বাচনী বৰ সহজ কাম নাছিল যদিও এইক্ষেত্ৰত তেওঁ কৃতকাৰ্যতা লাভ কৰিছিল।

তেওঁৰ আপ্ৰাণ চেষ্টাৰ ফলতেই ১৯৩৫ চনত আমি লাভ কৰিলো প্ৰথম অসমীয়া কথা ছবি 'জয়মতী'। জয়মতী কথাছবিৰ চিত্ৰগ্ৰহণৰ সময়ত জ্যোতিয়ে বহুতো দুখ-দুৰ্গতিৰ সন্মুখীন হ'ব লগা হৈছিল। পিতৃ-মাতৃৰ বিয়োগৰ ঘাত-প্ৰতিঘাতে তেওঁক 'জয়মতী'ৰ চিত্ৰগ্ৰহণৰ কামত অসুবিধাৰ সৃষ্টি কৰিছিল। তথাপিও ৰাইজৰ হেপাঁহ আৰু আশীৰ্বাদিত 'জয়মতী' কথা ছবি নিমাৰ্ণ হ'ল। ইমানবোৰ দুখ-দুৰ্গতিৰ মাজতো কথাছবি উলিওৱাটো জানো বিস্ময়জনক নহয়। এই কথাছবিখন তেওঁ নিজে প্ৰযোজনা ,

পৰিচালনা আৰু সংগীতো পৰিচালনা কৰিছিল। নিজে গীত ৰচনা কৰি সুৰ দি শ্ৰোতাক মুগ্ধ কৰিছিল।

জ্যোতি প্ৰসাদে সাহিত্য জীৱন আৰম্ভ কৰে চেমনীয়া কালতে। আজিলৈকে জ্যোতিপ্ৰসাদৰ এখন প্ৰাথমিক আৰু বিশদ জীৱনী লিখিবলৈ কোনো লেখক নোলোৱাত আৰু তেওঁৰো আত্মজীৱনী লিখিবলৈ সময় নোপোৱাত তেওঁৰ জীৱনৰ ব্যক্তিগত দিশৰ বহু কথাই আমি জানিবলৈ অক্ষম হৈছো। কিন্তু ঘৰুৱা পৰিৱেশে যে তেওঁক চেমনীয়া কালতে সাহিত্য জগতলৈ উলিয়াই দি অনুপ্ৰেৰণা দিছিল, সি কম কথা নহয়। জ্যোতিপ্ৰসাদৰ ৰচিত প্ৰবন্ধসমূহ 'মহাত্মাগান্ধীৰ জীৱন সোঁৱৰণী', শিল্পীৰ পৃথিৱী, নতুনৰ পূজা, নতুন দিনৰ কৃষ্টি' অসমীয়া সংস্কৃতি, তৰুণ দৰ্পণ, বিয়াল্লিছৰ কাহিনী, আইদেউৰ জোনাকী বাট, পোহৰলৈ প্ৰাগজ্যোতিকা, অসমৰ শিল্প, অসমীয়া স্থাপত্যৰ নৱৰূপ, ইত্যাদি শিশু সাহিত্যৰ ক্ষেত্ৰত 'শিশু কবিতা আৰু 'জ্যোতি ৰামায়ণ'। জীৱনীগ্ৰন্থ ৰচনাৰ ক্ষেত্ৰত মাত্ৰ এখন — চন্দ্ৰকুমাৰ আগৰৱালাৰ জীৱনীগ্ৰন্থ । জ্যোতিপ্ৰসাদৰ গল্প, উপন্যাস ৰচনা হৈছিল বিশৰ দশকত। সেই সময়ত গল্প উপন্যাস ৰচনাৰ ক্ষেত্ৰত চৰিত্ৰৰ মনোবিশ্লেষণ ৰীতিয়ে প্ৰাধান্য লাভ কৰা নাছিল। তেওঁ ৰচিত গল্প উপন্যাসৰ ভিতৰত ৰূপহী, বগীতৰা, সোণতৰা, মুকুতা আৰু সাউদ, সোণটিৰ অভিমান, যুজাৰু, সন্ধ্যা, সতীৰ সোঁৱৰণী প্ৰত্নতাত্ত্বিকৰ কলা ঘুমতি আদি জ্যোতিপ্ৰসাদৰ জীৱনৰ অন্তিম সময়ছোৱাত আমাৰ গাঁও নামৰ এখন উপন্যাস লিখিবলৈ আৰম্ভ কৰি শেষ কৰিব নোৱাৰিলে।

অসমৰ আকাশত সংস্কৃতিৰ ন-সুৰুযৰ জন্ম দি অসমীয়া ভাষা-সংস্কৃতিক বিশ্বদৰবাৰত প্ৰতিষ্ঠা কৰি নৱযুগৰ যুগময়ী, কালজয়ী, যুগস্ৰষ্টা জ্যোতিপ্ৰসাদে সাহিত্য সংস্কৃতিক একান্তমনে সেৱা কৰি থাকোঁতেই হঠাতে ১৯৫১ চনৰ ১৭ জানুৱাৰী তাৰিখে ৪৮ বছৰ বয়সত সকলোকে কন্দুৱাই লগতে জননীৰ আঁচল চকুৰ পানীৰে তিয়াই জননীৰ কোলাতে চিৰদিনৰ বাবে বিদায় ল'লে। তেখেতৰ বিপ্লৱী মনৰ অমৰ আত্মাই আজিও যেন অসমৰ আকাশে বতাহে চিঞৰিব ধৰিছে ঃ

শংকা নকৰা, নকৰা ভয়
জয় অসমৰ অসমীয়াৰে জয়।।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে আমাক মৰিবলৈ ভয় নকৰিবলৈ শিকালে। দেশৰ মান ৰাখিবলৈ নিৰ্ভয় ভাৱে সাজু হ'বলৈ শিকালে আৰু জ্যোতিৰ অমৰ ধ্বজাই আজিও নতুন পুৰুষক আকৌ জগাই তুলিছে ঃ

'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।' ◆◆

*তুমি নোপোৱা বস্তুৰ বাবে অসন্তোষ নকৰিবা আৰু যি পাইছা তাতো অহংকাৰ নকৰিবা।*

*— কেৰোণে*

*শিক্ষা হ'ল উপযুক্ত সময়ত সুখ-দুখ অনুভৱ কৰিব পৰা ক্ষমতা। ই ছাত্ৰৰ দেহ আৰু আত্মাৰ সকলো সৌন্দৰ্য বিকাশ কৰে।*

*— প্লেটো*

*কাৰোবাকে যদি প্ৰশংসা কৰিব নোখোজা তেন্তে তেওঁক নিন্দাও নকৰিবা।*

*— ৰবিন্দ্ৰনাথ ঠাকুৰ*

# আজিৰ যুৱ সমাজ কোন পথে ?

✍ ৰোহিনী গগৈ
প্ৰাক্তন ছাত্ৰ

এখন দেশৰ অদ্বিতীয় শক্তি হ'ল 'যুৱ শক্তি'। এই যুৱ শক্তিৰ ওপৰতেই এখন দেশৰ প্ৰগতি নিৰ্ভৰ কৰে। যুৱক-যুৱতী সকলে প্ৰকৃত শিক্ষাৰে শিক্ষিত হৈ নৈতিক জ্ঞান আহৰণ কৰি এখন সু-শৃংখলিত নিকা, সুস্থ, সৰল সমাজ গঢ়াৰ ক্ষেত্ৰত আগবাঢ়িব লাগে। কিন্তু বৰ্তমান সময়ত আনুষ্ঠানিক শিক্ষাৰে শিক্ষিত হোৱা বহুত যুৱক-যুৱতীয়ে নৈতিক শিক্ষাৰ অভাৱত চৰম উশৃংখলতাত মেৰ খাই গৈছে। সুস্থ আৰু গতিশীল সমাজ এখন গঢ়ি তোলাত আধ্যাত্মিক চিন্তাধাৰাৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা অতি বেছি। আধ্যাত্মিকতাই মানুহক সৎ হ'বলৈ, সংযমী হ'বলৈ শিকায়। বৰ্তমান বহুতো যুৱক-যুৱতীয়ে আনুষ্ঠানিক শিক্ষাৰ উচ্চ ডিগ্ৰী লৈও নৈতিক জ্ঞান, আধ্যাত্মিক জ্ঞানৰ অভাৱৰ বাবে বিভিন্ন অসামাজিক কামত লিপ্ত হোৱাৰ লগতে চৰম উশৃংখলতাত মেৰ খাই সমাজৰ পৰিবেশ কলুষিত কৰি তুলিছে, যিটো বৰ্তমান সময়ত আটাইতকৈ চিন্তাৰ বিষয় হৈ পৰিছে।

বহু যুৱক-যুৱতীৰ কাম-কাজ, সাজ-পাৰ, চলন-ফুৰণ আদিত চৰম উশৃংখলতা পৰিলক্ষিত হৈছে। বহু স্কুল-কলেজীয়া ছাত্ৰই ৰাস্তাই-ঘাটে মাদক দ্ৰব্য সেৱন কৰি অভদ্ৰ আচৰণ কৰাৰ লগতে ওচৰতে থকা জ্যেষ্ঠজনৰ আগত অলপো কুণ্ঠাবোধ নকৰি অশ্লীল মাত মতা, উচিত অনুচিত বিচাৰ নকৰি মহিলাসকলক অসৎ আচৰণ কৰা, চিনেমা হলত অপ্ৰয়োজনীয় ভাৱে চিঞৰ-বাখৰ কৰা আদি দৈনন্দিন দৃষ্টি গোচৰ হৈছে। সামান্যতম ব্যৱহাৰৰ জ্ঞান নথকা এক শ্ৰেণীৰ যুৱক-যুৱতীৰ আচাৰ ব্যৱহাৰ দেখিলে নিজৰেই লজ্জা অনুভৱ হয়। দেউতাকৰ ধন-দৌলতেৰে চহকী এচাম যুৱক-যুৱতীয়ে পেটৰ তাড়নাত ৰিক্সা, ঠেলা চলোৱা, জোতা চাফা কৰা লোকক মানুহ বুলিয়ে গণ্য নকৰি অতি নীচ ব্যৱহাৰ কৰে। এইখিনিতে মনত পৰিছে এটি দুখীয়া পৰিয়ালৰ এজন যুৱকৰ কথা। যুৱকজনে ঘৰৰ বোজা কমাবৰ বাবে ৰিক্সা চলাবলৈ লয়। এদিন ৰিক্সা নৰখোৱাৰ বাবে এজন যুৱকে তেওঁক যিখিনি ব্যৱহাৰ কৰিলে, সেই ব্যৱহাৰৰ সীমা অতিক্ৰম কৰা বাবে ৰিক্সাচালকজনে যুৱকজনক ইংৰাজীত কেইটামান শব্দ ক'লে। পিছত গম পোৱা গ'ল যে সেই ৰিক্সাচালকজন বোলে উচ্চ ডিগ্ৰীধাৰী অৰ্থাৎ এম এ পাছ। গতিকে বৰ্তমান সময়ত স্কুল কলেজ সমূহত 'বাইক'ৰ প্ৰতিযোগিতাৰ সৃষ্টি হৈছে। এই প্ৰতিযোগিতাত টিকিব নোৱাৰি বৰ্তমান বহুতো নিম্ন মধ্যবিত্ত শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীয়ে স্কুল-কলেজ ত্যাগ কৰাৰ দৃষ্টান্তও নথকা নহয়। এই খিনিতে আকৌ মনত পৰিছে দুজন ছাত্ৰই বন্ধুবৰ্গৰ সৈতে প্ৰতিযোগিতাত নমাৰ বাবে মাক-দেউতাকক 'বাইক' কিনি দিবলৈ বাধ্য কৰাৰ কথা। এজন ছাত্ৰই মাকৰ চাদৰ এখনি চিলিঙি ফেনত বান্ধি লৈ কয় — মোক বাইক দিবনে ? নহ'লে সিপুৰলৈ যাম । উপায় নাপায় মাক-দেউতাকে 'বাইক' কিনি দিবলৈ বাধ্য হয়। কেইদিনমানৰ পাছত বাইকত তেল ভৰাবলৈ টকা নিদিয়াত দেউতাকৰ চুলিত ধৰে। অন্য এজন ছাত্ৰই ঠিক সেইদৰে মাটি সম্পত্তি বিক্ৰী কৰি 'বাইক' কিনিবলৈ বাধ্য কৰায়। গতিকে চিন্তা কৰক, বৰ্তমান যুৱচামৰ মানসিকতা। সন্তানৰ কথামতেই স্কুল কলেজলৈ অহা যোৱাৰ বাবে অভিভাৱকে 'বাইক' লৈ দিয়ে। কিন্তু দেখা যায় এইসকলৰ শতকৰা আশীভাগ ছাত্ৰই শিক্ষাত পাৰদৰ্শিতা বা সাফল্য লাভ কৰিব পৰা নাই। 'বাইক' প্ৰতিযোগিতাত নামি বহু যুৱক-যুৱতীয়ে বিপদত নপৰাকৈও থকা নাই। ল'ৰাটো দিনটো ক'লৈ গৈছে, কি কৰিছে তাৰ খবৰ মাক-দেউতাকে নাৰাখে, যাৰ ফলত অত্যধিক হাৰত অসামাজিক কাম-কাজ, চুৰি ডকাইতি আদিবোৰ বৃদ্ধি পাইছে। বৃদ্ধি পাইছে 'ইজিমাণি' লাভৰ বাবে বিভিন্ন অপকৰ্ম।

অধ্যয়ণৰ ক্ষেত্ৰতো ছাত্ৰ-ছাত্ৰীয়ে অৱহেলা কৰা দৃষ্টিগোচৰ হয়। কষ্ট নকৰাকৈ পৰীক্ষাত অসৎ উপায় অৱলম্বন কৰি 'ভাল' (?) মাৰ্কশ্বিট আহৰণৰ বাবে চেষ্টা নকৰাকৈ নথকা নহয়। ইয়াৰ উপৰিও ভুৱা মাৰ্কশ্বিট সংগ্ৰহ কৰাৰ ক্ষেত্ৰত কৃপণালি নকৰে।

যুৱ চামৰ মাজত উশৃংখলতা বা অপৰাধমূলক কাৰ্য্য বৃদ্ধি হোৱাৰ বাবে যেনেকৈ ধনী পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীৰ হাতত থকা পৰ্য্যাপ্ত টকাই প্ৰভাৱ পেলায়, ঠিক একেদৰে অভাৱেও বিভিন্ন অপৰাধ উশৃংখলতা বৃদ্ধিত সহায় কৰে। উচ্চ শিক্ষা লাভ কৰিও বহুতো যুৱক-যুৱতীয়ে সংস্থাপন বিচাৰি হাবাথুৰি খায়। ব্যৱসায় কৰিবলৈও মূলধনৰ অভাৱৰ বাবে 'ইজিমাণি' ঘটাৰ উপায় হিচাপে

বাটি লয় চুৰি, ডকাইতি বা কম মূলধনেৰে কৰিব পৰা কিছুমান নিষিদ্ধ আৰু নিকৃষ্ট ব্যৱসায়। সেইদৰে হতাশাত যুৱক-যুৱতীয়ে বিভিন্ন নিচাজাতীয় দ্ৰব্য সেৱন কৰি বাস্তৱক পাহৰাৰ চেষ্টা কৰে। যুৱচামক সংস্থাপনহীনতাই যে বিপথে পৰিচালিত কৰিছে সি ধ্ৰুৱপ।

ছাত্ৰ বা ছাত্ৰীসলকৰ সাজ-পোছাকলৈ লক্ষ্য কৰিলে অনুমান হয় যে হিন্দী চিনেমাৰ আৰু পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱে সিহঁতক বিপথে পৰিচালিত কৰিছে। নিজৰ জাতীয় উৎসৱ, সামাজিক ধৰ্মীয় অনুষ্ঠান আদিত জাতীয় সাজপাৰ পিন্ধিবলৈ সংকোচ কৰা এক শ্ৰেণীৰ যুৱতীয়ে যিদৰে অৰ্দ্ধনগ্ন হৈ যে অকণমান বস্ত্ৰ পৰিধান কৰিবলৈ লৈছে সেয়া সঁচাই লজ্জাজনক। গতিকে যুৱশক্তিৰ হাতত আমাৰ ভৱিষ্যত কিমান নিৰাপদ সহজেই অনুমেয়।

যুৱ সমাজক সৎপথে পৰিচালিত কৰিবলৈ হ'লে প্ৰথমে অভিভাৱকসকল সচেতন হ'ব লাগিব। ঘৰখনৰ পৰিবেশ, নীতিনিয়ম আৰু আদৰ্শইহে যুৱক-যুৱতীৰ সৎ চৰিত্ৰ গঠনত সহায় কৰে। যিকোনো এখন দেশৰ ভৱিষ্যত যুৱ চামৰ ওপৰতে নিৰ্ভৰ কৰে। গতিকে যুৱ সমাজ সু-শৃংখলিত হ'ব লাগে। শিক্ষা অৰ্জন কৰি নিজে বিবেকক প্ৰাধ্যান্য দি সুস্থ সৰল, নিকা, সুসংযত সমাজ গঢ়াত ভাগ লব লাগে। যুৱ শক্তিক সৎ পথলৈ আনিবৰ বাবে অভিভাৱকসকল, চৰকাৰী তথা বেচৰকাৰী সংগঠনসমূহ আৰু সমাজে চেষ্টা নকৰিলে যুৱ চাম আৰু অধিক অধঃপতিত হোৱাৰ সম্ভাৱনাই প্ৰকট। ◆◆

# এজন জিনিয়াছ, শচীন তেণ্ডুলকাৰ

দিব্যজিত মহন্ত
উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষ

মহৎ প্ৰতিভাৰ জন্মহে হয়, তেওঁলোকক সৃষ্টি কৰিব নোৱাৰি (Genius are born, not made) । বিশ্বৰ প্ৰতিটো ক্ষেত্ৰতে এই কথা প্ৰযোজ্য। প্ৰতিজন জিনিয়াছেই আৰম্ভণিৰে পৰা দেখুৱাই আহিছে যে তেওঁলোক আনসকলতকৈ স্বতন্ত্ৰ, অনন্য আৰু অস্বাভাৱিক ক্ষমতাৰ অধিকাৰী। কিন্তু এই 'জিনিয়াছ'সকল সংখ্যাত অতি তাকৰ আৰু ক্ৰিকেটত এই সংখ্যাটো একেবাৰে আঙুলিৰ মূৰত গণিব পৰা। এই সীমিত সংখ্যকৰ ভিতৰতে আছে ভাৰতৰ 'মাষ্টাৰ ব্লাষ্টাৰ' শচীন তেণ্ডুলকাৰ।

২৪ এপ্ৰিল, ১৯৭৩ চন। বান্দ্ৰাৰ সাহিত্য সহবাস হাউছিং কমপ্লেক্সৰ 'উষাকাল' নামৰ ঘৰটো আনন্দত মুখৰিত হৈ পৰিছিল। কাৰণ সেই দিনাই জন্ম হৈছে পৰিয়ালৰ কণিষ্ঠ সদস্যগৰাকীৰ। শচীন ৰমেশ তেণ্ডুলকাৰ, যাক সকলোৱে মৰমতে পাচলৈ মাতে 'সাচ্চু' আৰু 'তেণ্ডেলা' বুলি। পিতৃ অধ্যাপক ৰমেশ তেণ্ডুলকাৰ কবি আৰু সাহিত্য সমালোচক হিচাপে মাৰাঠী সাহিত্য ক্ষেত্ৰখনত যথেষ্ট নাম থকা এজন সন্মানীয় ব্যক্তি। একেদৰেই মাতৃও এল. আই, চিত চাকৰি কৰা এগৰাকী বিষয়া। ফলত পিতৃ মাতৃ কাৰোৰে সময় নাই কণিষ্ঠ সন্তানক সংগ দিবলৈ। সেয়ে সৰুৰে পৰা শচীনৰ মাজু ককায়েক অজিতেই তেওঁৰ 'বন্ধু' আৰু পথপ্ৰদৰ্শকৰূপে পৰিগণিত হৈছিল। শচীনৰ সকলো ইচ্ছাই পূৰণ কৰিছিল অজিতে। আন শিশুসকলৰ দৰে শচীনেও ক্ৰিকেটৰ বেটখন হাতত তুলি লৈছিল। তেতিয়াই শচীনৰ স্বাভাৱিক প্ৰতিভা লক্ষ্য কৰিছিল। থিবাং কৰিলে এজন প্ৰশিক্ষকৰ কাষ চপাৰ। কিন্তু ইচ্ছাবোৰ জানো সহজে পূৰণ হয় কিয়নো শচীন তেতিয়া জন মেকেনৰোৰ একান্ত ভক্ত। মূৰত বান্ধি ফুৰে মেকেনৰোৰ দৰেই ৰবাৰ বেণ্ড। সেয়ে শচীনক বন্ধু-বান্ধৱে মাতিছিল 'মেক' বুলি। তেতিয়া শচীনৰ এটাই ইচ্ছা কেনেকৈ এজন টেনিছ খেলুৱৈ হোৱা যায়, কিন্তু ভাৰতবাসীৰ তথা ক্ৰিকেট বিশ্বৰ ভাগ্য ভাল যে 'সাহিত্য সহবাস'ৰ ওচৰত কোনো টেনিছ প্ৰশিক্ষণ কেন্দ্ৰ নাছিল অন্যথাই ........।

এক উজ্জ্বল আবেলি। ভাৰতীয় ক্ৰিকেটৰ মহানতম ক্ষণ মুম্বাই শিৱাজী পাৰ্কত বৰ্তমানৰ দ্ৰোণাচাৰ্য ৰামাকান্ত ভিট্টল আচেৰকাৰৰ পৰিচালনাত অসংখ্য কিশোৰে গাভাস্কাৰ বা কপিলদেৱ হোৱাৰ লক্ষ্যৰে হাতত বেট বা বল লৈ সাধনাত ব্যস্ত। তেতিয়াই

ককায়েকৰ হাতত ধৰি শচীন সোমায় গৈছিল পাৰ্কৰ ভিতৰলৈ আৰু দ্ৰোণাচাৰ্যৰ লগত পৰিচয় হৈছিল। ককায়েকে কঢ়িয়াই অনা কিটবেগটোৰ সৈতে অলপ দূৰতে বহি থাকিল। এমুঠি স্বপ্নৰ সৈতে শচীনে কিন্তু প্ৰথম দিনা বেটিং কৰাৰ সুযোগেই নাপালে। দ্বিতীয় দিনা বায়েক সবিতাই দিয়া বেটখনৰ সৈতে ঠিক পুৱা চাৰে সাত বজাত ককায়েকৰ লগত শচীন উপস্থিত হৈছিলগৈ শিৱাজী পাৰ্কত। এটা সময়ত শচীনে বেটিং কৰিবলৈ আমন্ত্ৰণ পালে। কিন্তু কোনেও ক'ব পৰা নাছিল যে সেয়াই হ'ব ভাৰতীয় ক্ৰিকেটৰ ঐতিহাসিক ক্ষণ। এইদৰেই আৰম্ভ হৈছিল এজন কিশোৰ মহানায়ক হোৱাৰ পথ-পৰিক্ৰমা।

১৯৮৬ চনত ১৫ বছৰ অনুৰ্দ্ধ ছাইলড্ শ্বিল্ডত শচীনে সাৰদাশ্ৰমৰ হৈ অংশগ্ৰহণ কৰে। সেই সময়ত সাৰদাশ্ৰম স্কুলে এটাৰ পাচত এটা ট্ৰফী জিকিবলৈ লয়। মূল ৰূপকাৰ 'শচীন-কাম্বলি'ৰ যুটি। ১৯৮৭ চনত সাৰদাশ্ৰমে সোতৰ বছৰ অনুৰ্দ্ধৰ 'হেৰিছ শ্বিল্ড' জিকে। শচীনে লাভ কৰে শ্ৰেষ্ঠ অলৰাউণ্ডাৰ পুৰস্কাৰ। ১৯৮৮ চনত স্কুল ক্ৰিকেটত একেৰাহে দুটা ইনিংছত ত্ৰিশতাধিক ৰাণ কৰি শচীনে দেখুৱাই দিয়ে যে মুম্বাই ক্ৰিকেটক-শাসন কৰিবলৈ এক নতুন তাৰকাৰ আৱিৰ্ভাৱ হৈছে।

১৯৮৮ চনৰ সাতাইশ ফেব্ৰুৱাৰী দিনটো শচীন তেণ্ডুলকাৰৰ লগতে ভাৰতীয় ক্ৰিকেটৰ এক মহানতম ক্ষণ। 'হেৰিছ শ্বিল্ড'ৰ ছেমিফাইনেলত চেণ্ট জেভিয়াৰ্ছৰ বিপক্ষে শচীন আৰু কাম্বলীয়ে সংগ্ৰহ কৰে ৬৬৪ ৰাণ যিটো এক বিশ্ব অভিলেখ। শচীনে ৩২৬ আৰু কাম্বলিয়ে ৩৪৯ ৰাণ কৰে। দুয়োজনে অষ্ট্ৰেলিয়াৰ বাফেলাৰ পেটন আৰু বিপনৰ ৬৪১ ৰাণৰ অভিলেখ ভংগ কৰে।

১৯৮৮ চনৰ মুম্বাইৰ ৰঞ্জী দলত পোন্ধৰ বছৰীয়া শচীনেও স্থান লাভ কৰে। শচীনে গুজৰাটৰ বিৰুদ্ধে প্ৰথমখন ৰঞ্জী মেচতে এশ ৰাণ কৰি অপৰাজিত হৈ থাকি প্ৰতিভাৰ প্ৰমাণ দিয়ে। প্ৰথম বছৰ শচীনে ৰঞ্জী ক্ৰিকেটত ৬৮.৭৭ গড়ে ৫৮৩ ৰাণ কৰে। তাৰ পিছতে দিলীপ ট্ৰফীতো পশ্চিম মণ্ডলৰ দলৰ হৈ গুৱাহাটীত ১৫৯ ৰাণৰ এটা ইনিংছ খেলে। ৰঞ্জী আৰু দিলীপ ট্ৰফীৰ সফলতাৰ পিছত শচীনে অৱশিষ্ট একাদশৰ হৈ ইৰাণী ট্ৰফীটো ১০৩ ৰাণ কৰি অপৰাজিত থাকে।

দেশৰ তিনিওখন প্ৰতিযোগিতাৰ প্ৰথম মেছতে শতৰাণ কৰাৰ পিছত শচীনে পাকিস্তানগামী ভাৰতীয় দলত স্থান লাভ কৰে। তেতিয়া শচীনৰ বয়স ষোল্ল বছৰ।

১৫ নৱেম্বৰ, ১৯৮৯ চন। ভাৰতীয় তথা বিশ্ব ক্ৰিকেটৰ এক মহানতম ক্ষণ। কাৰণ সেই দিনাই শচীনৰ অভিষেক ঘটে টেষ্ট ক্ৰিকেটত। প্ৰথম টেষ্টত শচীনে কৰে মাত্ৰ পোন্ধৰ ৰাণ। দ্বিতীয় টেষ্টত ৫৯ ৰাণ কৰি সকলোকে দেখুৱাই দিয়ে তেওঁৰ বেটিং পৰাক্ৰম । এই শৃংখলাত চাৰিখন টেষ্টৰ ছটা ইনিংচত খেলি দুটা অৰ্ধ শতকেৰে ৩৫.৮৩ গড়ে শচীনে ২১৫ ৰাণ কৰে। বিশ্ব ক্ৰিকেটত বৰ্তমান এইজন ক্ৰিকেটাৰেই বিশ্বশ্ৰেষ্ঠ বেটছমেন বুলি আখ্যা পাইছে। যিজনে প্ৰথমতে এদিনীয়া শতৰাণৰ বাবে অপেক্ষা কৰিব লগা হৈছিল ৭৯ তম মেচ খনলৈকে। তাৰ পাছত প্ৰবল পৰাক্ৰমেৰে ৩৮ টা শতৰাণৰ অভিলেখ তেওঁৰ হাতত।

নিজ প্ৰতিভাৰ দ্বাৰা শচীনে এতিয়া সকলোকে আকৰ্ষিত কৰিছে। শ্ৰেষ্ঠত্বৰ যুঁজত শচীনে শ্বেন ৱাৰ্ণ আৰু ব্ৰায়ান লাৰাৰ দৰে ক্ৰিকেটাৰকো বহু পিছলৈ ঠেলি দিছে। খেলপথাৰৰ লগতে বিজ্ঞাপন জগতখনতো আধিপত্য বিস্তাৰ কৰা এই পাঁচ ফুট চাৰি ইঞ্চি উচ্চতাৰ যুৱকজনে বিয়া কৰাইছে তেওঁতকৈ পাঁচ বছৰ ডাঙৰ চিকিৎসক অঞ্জলিক।

শচীন বৰ্তমান নৱপ্ৰজন্মৰ আদৰ্শ স্বৰূপ। সেয়ে তেওঁ কৈছে যে তেওঁ কোনো দিনে মদৰ বিজ্ঞাপনত অংশ নলয়। কাৰণ তেওঁ নৱপ্ৰজন্মৰ আগত কোনো ভুল দৃষ্টান্ত ৰাখিব নিবিচাৰে। এইখিনিতে প্ৰকাশ পায় শচীনৰ মহানতা।

সৰ্বকালৰ শ্ৰেষ্ঠ বেটছমেন চাৰ ডন ব্ৰেডমেনে যিজন বেটছমেনৰ খেলৰ মাজত নিজৰ অতীত বিচাৰি পায় সেই শচীনৰ ওপৰত দেশবাসীৰ এটাই আশা — টেনিছ এলব' ৰোগৰ পৰা আৰোগ্য হৈ তেণ্ডুলকাৰে দেশৰ কাৰণে খেলিব আৰু কেইটামান দৰ্শনীয় ইনিংছ। ◆◆

# বিজ্ঞাপন

শ্ৰী আশীষ বেৰিয়া
প্ৰাক্তন ছাত্ৰ

'বিজ্ঞাপন' — এই চাৰিটা আখৰৰ শব্দটোৰ অৰ্থ বৰ্তমান যুগত বৰ কমসংখ্যক লোকেহে নজনাকৈ আছে। আজিৰ প্ৰতিযোগিতামূলক বজাৰত আমি যিপিনে চাওঁ সেইপিনেই বিজ্ঞাপনৰ ৰাজত্ব। বিজ্ঞাপনৰ পয়োভৰৰ ফলত বৰ্তমানৰ সকলো বজাৰতেই বিজ্ঞাপিত দ্ৰব্যৰ চাহিদা বেছি। বৰ্তমানৰ বিজ্ঞাপন ব্যৱস্থাই সাধাৰণ সৰু ব্যৱসায়ীৰ পৰা ডাঙৰ ব্যৱসায়ীক এনেদৰে বান্ধি পেলাইছে যে বিজ্ঞাপন অবিহনে পৃথক বজাৰ এখন কল্পনা কৰাটোও কঠিন হৈছে। গতিকে বৰ্তমানৰ যুগটোক বিজ্ঞাপনৰ যুগ বুলিলেও বহলাই কোৱা নহ'ব।

বিজ্ঞাপনৰ ক্ৰমবিকাশৰ বুৰঞ্জী বৰ দীঘলীয়া। অতি পুৰণি কালত উৎপাদন সীমিত হোৱাৰ বাবে বিজ্ঞাপনৰ পয়োভৰ আজিৰ দৰে নাছিল। বহুতো লিখকৰ মতে বিজ্ঞাপন আধুনিক যুগৰহে সৃষ্টি। বিজ্ঞাপনৰ ক্ৰমবিকাশৰ বিষয়ে অধ্যয়ন কৰিলে জনা যায় যে শিল্প বিপ্লৱৰ পিছৰ পৰাহে বিজ্ঞাপনৰ আৰম্ভণি হৈছে আৰু ইয়াৰ মূল কাৰণ ব্যাপক হাৰত উদ্যোগীকৰণ।

বিজ্ঞাপনৰ মূল উদ্দেশ্য হৈছে সমূহীয়াভাৱে কোনো দ্ৰব্য বা সেৱাৰ প্ৰতি ৰাইজৰ দৃষ্টি বা মনোযোগ আকৰ্ষণ কৰা আৰু দ্ৰব্য ক্ৰয় কৰিবলৈ অনুপ্ৰাণিত কৰা।

National Association of Teachers of Marketing and Advertising, U.S.A. ৰ মতে " Advertising is any paid form of non-personal presentation of goods, services or ideas to a group, such presentation being any sponsored by the advertiser."

কিন্তু বিজ্ঞাপন বুলিলে আমি ইয়াৰ বিভিন্ন মাধ্যম, (যেনে দুৰদৰ্শন, ৰেডিঅ', বাতৰি কাকত, পষ্টাৰ) আৰু ইয়াৰ ব্যৱহাৰৰ বিষয়ে জনা উচিত। এজন ব্যৱসায়ীয়ে গ্ৰাহকৰ পৰিসৰ আৰু নিজৰ সামৰ্থ্য অনুযায়ীহে বিজ্ঞাপনৰ মাধ্যম নিৰ্বাচন কৰে।

আমি বহুতে বহু সময়ত বিজ্ঞাপন শব্দৰ ঠাইত 'প্ৰচাৰ' শব্দৰো ব্যৱহাৰ কৰো।

বিজ্ঞাপন আৰু প্ৰচাৰ এই দুয়োটাৰে উদ্দেশ্য একে হ'লেও এই দুয়োটাৰে মাজত কিছুমান মন কৰিবলগীয়া পাৰ্থক্য আছে। বিজ্ঞাপনদাতাই বিজ্ঞাপন দিবৰ বাবে মূল্য পৰিশোধ কৰিবই লাগিব কিন্তু প্ৰচাৰৰ ক্ষেত্ৰত প্ৰচাৰদাতাই মূল্য পৰিশোধ কৰিবলগীয়া নহ'বও পাৰে। বিজ্ঞাপনৰ দ্বাৰা সাধাৰণতে জনসাধাৰণক কোনো দ্ৰব্য ক্ৰয় কৰিবলৈ কোৱা হয়। চৰকাৰ, বিভিন্ন অনুষ্ঠান, প্ৰতিষ্ঠান আদিয়েও নিজৰ কৰ্ম আঁচনি মতাদৰ্শ ভাৱধাৰা সাফল্য আদিৰ বিষয়ে জনসাধাৰণ অৱগত কৰিবলৈ প্ৰচাৰ কাৰ্য চলায়।

মুঠৰ ওপৰত ক'বলগীয়া মূল বিষয় এয়ে যে বিজ্ঞাপন আৰু প্ৰচাৰ দুয়োটাই আমাৰ সমাজৰ এক বিশেষ তথা এৰাব নোৱাৰা অংগ হিচাপে পৰিগণিত হৈছে। এই বিজ্ঞাপনে বহুতো নিবনুৱাৰ সংস্থাপনৰ পথ মুকলি কৰি দিছে। ইয়াৰ লাভ ল'ব জনাটোহে মূল কথা। ◆◆

# কলেজত ৰেগিং

শ্ৰী উৰ্মি মালা মহন্ত
উঃ মাঃ প্ৰথম বাৰ্ষিক

মনত অপাৰ আনন্দ কলেজত পঢ়িবলৈ পাম। কলেজৰ নাম ভৰ্ত্তিৰ দিনটোৰ বাবে বৰ উদ্বিগ্ন হৈ ৰৈ আছো। কলেজ নামটো মনলৈ আহিলেই নানা সপোনে মনত দোলা দি যায়। কিন্তু অন্য এটা কথা ভাবি মোৰ পেটতে হাত ভৰি লুকুৱাৰ অৱস্থা হয়। কথাটো হ'ল - ৰেগিং।

সৰুৰে পৰা ৰেগিং সম্পৰ্কে নানা জনৰ মুখত নানা কথা শুনি আহিছো। বিশেষকৈ ৰেগিংৰ নামত হোষ্টেলৰ ছাত্ৰ-ছাত্ৰীৰ ওপৰত নানা শাৰীৰিক, মানসিক উৎপীড়ন চলোৱাৰ কথা শুনিছিলো। কোনোবা ছাত্ৰ - ছাত্ৰীৰ মৃত্যু পৰ্যন্তও হৈছিল। এই কথাবিলাক শুনিয়েই মোৰ ৰেগিঙৰ প্ৰতি ভয়লগা অৱস্থা হৈছিল।

২০০৬ চনৰ ১০ জুন তাৰিখে মই কলেজত নাম ভৰ্ত্তি কৰোঁ। তাৰ পাছত ১ জুলাইৰ পৰা মই নিয়মিতভাৱে কলেজলৈ অহা যোৱা কৰোঁ। সেই তাৰিখটো মোৰ বাবে এটা পাহৰিব নোৱাৰা দিন। অগ্ৰজসকলে আমাৰ লগত কৰা ব্যৱস্থাৰ আৰু চিনাকি পৰ্বই আমাক আপ্লুত কৰি তুলিছিল। এদিন - দুদিন নহয় বহুদিন ধৰি জ্যেষ্ঠসকলে আমাক কলেজ সম্পৰ্কে নজনা কথা শিকাইছিল। গতিকে কলেজৰ ৰেগিঙৰ প্ৰতি থকা মোৰ ভুল ধাৰণাবোৰ নাইকিয়া হ'ল।◆◆

# স্বাধীনতা আমাৰ সংগ্ৰাম

শ্ৰী ফাৰহানা আহমেদ
উচ্চতৰ মাধ্যমিক (দ্বিতীয় বৰ্ষ)

বতাহত নাচি থকা ত্ৰিৰঙ্গ নিচানৰ তলত থিয় হৈ তাই শুনিবলৈ চেষ্টা কৰে বিকলাঙ্গ পিয়লিৰ সেই তেজোদীপ্ত কণ্ঠস্বৰ — 'মোক স্বৰ্গ নালাগে, মোক বৈকুণ্ঠ নালাগে, মই সোণৰ সফুঁৰা দেৰবো দুৰ্লভ অসমলৈ আকৌ আহিম। জনম ল'ম। ....... সিহঁতে মোক এবাৰ ফাঁচি দিব, মই দুবাৰ জনম লম। সিহঁতে দুবাৰ ফাঁচি দিব, মই দহবাৰ জনম লম।' কণকলতাৰ প্ৰতিমূৰ্ত্তিৰ আগত থিয় দিলে তাইৰ দুগাল চকুৰ পানীৰে তিতি যায়।

এটা চেপা উত্তেজনা। বিশ্ববিদ্যালয়ত পঢ়ি থকা এজনী ছোৱালীক তাইৰ দেউতাকে মতাই আনিছে। কোন সময়ত কি হয় কোনেও নাজানে। তাই ঘৰত থাকিলে অন্ততঃ মাক-দেউতাকহাল নিচিন্তে থাকিব পাৰে। ছোৱালীজনী ভিতৰি ভিতৰি উত্তেজিত হৈ আছে। তাইৰ চিন্তাধাৰাত আউল লাগি গৈছে। বাৰে বাৰে দেউতাকে প্ৰশ্ন কৰিছে ,' কিয় কৰিব নালাগে?' দেউতাকক জেদ ধৰিছে। কৰিবই তাই, সকতে ভয় অথবা মৰমে বুজুৰাব দৰে দেউতাকে তাইক বুজাব খুজিছে। কিন্তু বুজাব পৰা নাই। আবেগিক হৈ পৰিছে ছোৱালীজনী। সাহস আৰু ত্যাগৰ প্ৰতীকেই সিহঁতৰ আদৰ্শ বা নীতিত কি বাধাৰ সৃষ্টি কৰিব পাৰে ?

সৰুতে যেতিয়া এই বিশেষ দিনটোত সিহঁতৰ ঘৰত উচ্চশিৰে নিচানখন বতাহত ঢৌ খেলি থকা দেখিছিল, তেতিয়া তাই গৰ্ব অনুভৱ কৰিছিল, নিচানখনৰ বাবে আৰু আৰু দেউতাকৰ বাবে। দেউতাকে নিচানখনৰ কথা কয়, নিচানখনক সদায় সন্মান কৰাৰ কথা কয়। শান্তি, সাহস আৰু ত্যাগৰ কথা কয়। শান্তি মানেই তাই বুজে ভগৱান, বুদ্ধ আৰু গান্ধীজীৰ কথা। শান্তিয়েই আচলতে পৰম প্ৰশান্তি। নহ'লেনো কলিংগ যুদ্ধৰ সেই বিৰাট সফলতাৰ পাছতো সম্ৰাট অশোক তেনেদৰে শোকত ম্ৰিয়মান হৈ পৰেনে? দেউতাকে ছোৱালীজনীক স্বাধীনতাৰ যুঁজৰ কাহিনী কয়, বগা বঙালসবৰ কথা কয়। মিৰজাফৰৰ বিশ্বাসঘাতকতাৰ সেই কাহিনী শুনিলে তাইৰ হৃদয়ৰ কোনোবা এটা কোণত বিষৰ অনুভৱ হয়। ১৯৪২ ৰ গণ আন্দোলনৰ অথবা পথৰুঘাট ফুলগুৰিৰ কৃষক বিদ্ৰোহীৰ কাহিনী শুনিলে তাই শিহৰিত হৈ উঠে, জনতাৰ কি প্ৰচণ্ড শক্তি। জালিয়ানাবাগৰ নিৰীহ জন-গণৰ আৰ্তনাদে তাইৰ চকুৰ পানীৰে উপচাই পেলায়। দেউতাকে ছোৱালীজনীক উধম সিঙৰ কাহিনী কয়। কি প্ৰচণ্ড ক্ষোভ লৈ ল'ৰাটোৱে একৈশ বছৰ কঢ়িয়াই লৈ ফুৰিছিল ! হত্যাকাণ্ডৰ উদ্যোক্তা মাইকেল ডায়াৰক উধম সিঙে লণ্ডনত গুলীয়াই হত্যা কৰিছিল। জালিয়ানাবাগৰ হত্যাৰ একৈশ বছৰৰ পাছত উধমৰ পিতৃ জালিয়ানাবাগত শ্বহীদ হৈছিল।

ত্ৰিৰঙ্গ নিচানৰ তলত থিয় হৈ ছোৱালীজনী অৰণ্যৰ মাজত বিলীন হৈ যায়। য'ত তাই একেলগে অনুভৱ কৰে বিষাদ, আনন্দৰ পৱিত্ৰতাৰ এক অপূৰ্ব অনুভূতি । বতাহত নাচি থকা ত্ৰিৰঙ্গ নিচানৰ তলত থিয় হৈ তাই শুনিবলৈ চেষ্টা কৰে বিকলাঙ্গ পিয়লিৰ সেই তেজোদীপ্ত কণ্ঠস্বৰ — 'মোক স্বৰ্গ নালাগে, মোক বৈকুণ্ঠ নালাগে, মই সোণৰ সফুঁৰা দেৰবো দুৰ্লভ অসমলৈ আকৌ আহিম। পুনৰ জনম ল'ম।' কণকলতাৰ প্ৰতিমূৰ্ত্তিৰ আগত থিয় হৈ দিলে তাই দুগাল চকুৰ পানীৰে ভৰি পৰে। দুচকু মুদি তাই অনুভৱ কৰে পৰাধীনতা কি ভয়ংকৰ !

স্বাধীনতাৰ স্বৰ্ণ জয়ন্তীত বতাহত ভাহি থকা ত্ৰিৰঙ্গ নিচানখন দেখি তাইৰ পুনৰ দুচকু ভৰি পৰিল। ত্ৰিশকোটি সন্তানৰ সাহস আৰু ত্যাগৰ জলন্ত প্ৰতীক এই নিচানখন। অকল জানো সেইয়ে ? এই ত্ৰিৰঙ্গ নিচানখন সমগ্ৰ জাতিৰ চেতনা, ঐতিহ্য, আশা-আকাঙ্খা আৰু আদৰ্শৰো পৰিচায়ক। এই নিচানখনৰ তলত থিয় হৈ তাই অনুভৱ কৰে আকাশৰ বিশালতা, বাৰিধাৰ নদীৰ দৰে গভীৰতা অথবা জুৰিৰ চঞ্চলতা। তাই জানিবৰ মন যায় আজিৰ স্বাধীনতা বিচৰা ল'ৰাজাকে স্বাধীনতাৰ প্ৰতীক এই ত্ৰিৰঙ্গ নিচানখন দেখি কোনো অনুকম্পা অনুভৱ নকৰে নেকি? ◆◆

# মৰমৰ উপহাৰ

✍ ৰীতামণি বৰুৱা
স্নাতক (প্ৰথম বৰ্ষ)

নিজান ৰাতি সাৰ পাই শিখাই শুনিলে কুলিটিয়ে কুউ-কুউকৈ মতা হিয়া ভগা মাত আৰু কেতেকীজনীয়ে জুৰে তাইৰ আকুল বিননি। নাই, আৰু একমিনিটো বিছনাত পৰি থাকিব নোৱাৰি। তায়ো যদি এই চৰাইবিলাকৰ দৰেই গান গাই গাই জগতৰ মানুহবিলাকক আপোন কৰি ল'ব পাৰিলেহেঁতেন ! কিয় বাৰু চৰাইবিলাকে যন্ত্ৰমুখী মানুহবিলাকক প্ৰেম মতলীয়া কৰি তুলিছে। তাই আজি নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিছে। সুকোমল অন্তৰখনে আজি হাহাকাৰ কৰি উঠিছে এবাৰি সুৰীয়া মাতৰ অপেক্ষাত। নাই নাই, তাই আজি সেই সুৰীয়া মাতৰ সমভাগী হ'বলৈ নোৱাৰে। গছ-গছনিয়েও পাত সলাইছে। তাইৰ লগৰ লগৰীয়েও বছৰেকৰ মূৰত অহা ৰঙালী বিহুটিত হুঁচৰি, জেংবিহু গাবলৈ গুচি গৈছে। কিন্তু তাই আজি এই বিহুটিত অশ্ৰুৰ বাদে একো পোৱা নাই। শিখাৰ দুগালে দুধাৰি চকুলো বৈ আহিল। নাজানে তাইৰ জীৱনলৈ আৰু সুখৰ ঢল নামি আহে নে নাহে। নিয়তিৰ কি যে নিষ্ঠুৰ পৰিহাস। দুখেই জীৱন। দুখকেই লালন পালন কৰি সুখ বিচাৰি যাব লাগিব। গোটেই ৰাতিটো শিখাই উজাগৰীভাৱেই কটাই দিলে। বহুত কিচিম ভাৱনা লৈ তাই আৰু জীয়াই থাকিব ইচ্ছা কৰা নাই। সুৰুজৰ ৰেঙনিয়ে শিখাৰ মনটো উৎফুল্লিত কৰি তুলিলে। আজি সিহঁতৰ ঘৰলৈ এজোৰা খ্যাতনামা হুঁচৰিৰ দল আহিব। কিন্তু হুঁচৰিৰ কথা ভাবি থাকোঁতেই তাইৰ মনটো পুনৰ সেমেকি উঠিল। হাতত ঝাৰুটো লৈ চাফা কৰোঁ নকৰোঁকৈ ঘৰটো চাফা কৰিলে। হুঁচৰি আহিব যেতিয়া ভালদৰে আলপৈচান ধৰিব লাগিব। হুঁচৰি দলক চাহ-তামোল দিবৰ বাবে শিখাই তাইৰ লগৰ সৰুৰে পৰা উমলি জামলি ফুৰা মনমীকো মাতি আনিলে। দুয়োজনীয়ে কাম-বন শেষ কৰি হুঁচৰিৰ অপেক্ষাত ৰ'ল। মাক-দেউতাকহঁতেও নিজৰ নিজৰ কামত ব্যস্ত হৈ পৰিল।

প্ৰায় চাৰি বাজিবৰ হ'ল। হুঁচৰি দলটিয়ে লাহে লাহে সিহঁতৰ চোতালত পদধূলা পেলালেহি। গৃহস্থইও তেওঁলোকৰ নিজৰ কৰ্তব্যবিলাক নিয়াৰিকৈ কৰি গৈছে। চাহ-তামোল খোৱা ইতিমধ্যে শেষ গৈছে। কিন্তু শিখায়ে অকণমানো ফুৰ্ত্তি কৰিব পৰা নাই। মনৰ মাজত অলেখ ৰহস্যই দোলা দি গৈছে। নাই, তাই আৰু হুঁচৰি চাব নোৱাৰিলে। বিছনাত পৰি লৈ মনে মনে হিয়া উজাৰি কান্দি ল'লে। কিমান যন্ত্ৰনা আৰু সহিব। কান্দি কান্দি ভাগৰি পৰিছিল দুৰ্ভগীয়া শিখাজনী। লাহে লাহে টোপনিয়েও হেঁচা দিলেহি।

হুঁচৰি শেষ হ'ল। সকলো ঘৰাঘৰি গ'ল। মনমী আৰু মাকে শিখাক বিচাৰি ফুৰিছে। বিছনাত শুই থকা দেখি মনমীয়ে শিখাক জগালে। শিখা উঠচোন, বিহু নাচাই কিয় শুই আছ ? হুঁচৰি গ'লগৈ নহয়। ইমান ধুনীয়াকৈ অনুপম ককাইদেৱে বিহুনাম দিছিল তাই বাৰু এবাৰ শুনিবলৈ ৰ'ব নোৱাৰিলেনে ?

মনমী ... ? তই আৰু কোনোদিনেই সেই নামটো উচ্চাৰণ নকৰিবি। সেই নামটোক মই ঘৃণা কৰো, মনমী। বিহু শুনিম কেনেকৈ ? হুঁচৰি চাম কেনেকৈ ? মনমী, তয়ো মোৰ ক্ৰন্দন ভৰা জীৱনৰ কথা ভালদৰে নাজান। তই ছাগে ভাবিছ মই অনুপমক ভাল পাওঁ। মনমী, আজি তোক সকলো কম। তোক সকলো কথা কৈ দিলে মই যেন মুক্ত হৈ পৰিম। শুন মনমী, আজি প্ৰায় আঠ বছৰৰ আগৰ কথা। তেতিয়া মই পঞ্চম শ্ৰেণীত। মই পঢ়া স্কুলতেই লগ পাইছিলো অনুপম ককাইদেউক । তেতিয়া তেওঁক মোৰ খুউব ভাল লাগিছিল। কেতিয়াবা ছাব-বাইদেৱে কৰিবলৈ দিয়া Home Work বিলাকো তেওঁৰ ওচৰলৈকে লৈ গৈছিলোঁ। এনেকৈয়ে দিনবিলাক পাৰ হৈছিল। মই তেতিয়া হাইস্কুললৈ প্ৰথম গৈছিলোঁ। অনুপম ককাইদেৱেও হাইস্কুল শিক্ষান্ত পৰীক্ষা দিছিল। মনমী, মোৰ দেখোন মনটোৱে বাৰে বাৰে অনুপম ককাইদেউকে বিচাৰি ফুৰিছিল। কেৱলময়ে যে তেওঁক বিচাৰি ফুৰিছো এইটো নহয়। মোৰ অনুভৱ হৈছিল যেন ককাইদেৱেও মোক কাষত পাবলৈ হাবাথুৰি খাইছে। এদিন সঁচাকৈয়ে মই ভবাৰ দৰেই অনুপমৰ পৰা চিঠি আহিল। ময়ো তাৰ উত্তৰ দিলো। লাহে লাহে আমাৰ বন্ধুত্ব গভীৰৰ পৰা গভীৰ হ'ল। আমাৰ এই সম্পৰ্কৰ কথা মায়েও গম পাবলৈ ধৰিলে। মায়ে মোক বহুতো হুকা-বাধা দিছিল, কিন্তু মনমী, মৰমে জানো বাধা মানে ? মৰমে জানো

জাতি-অজাতি বিচাৰ কৰে ? মায়ে আমাৰ এই সঁচা মৰমকণৰ কথা বুজি নাপালে। অনুপমৰ মাকেও কথাবোৰ গম পালে। অনুপমৰ মাকেও আমাৰ এই সম্পৰ্কৰ কথা মানি নল'লে। কিন্তু অনুপম আৰু মই মৰমৰ মাজত অন্ধ হৈ পৰিছিলোঁ। আমি কাৰো হকা-বাধা নামানি আগুৱাই গৈ থাকিলোঁ।

এসময়ত ককাইদেৱে চাকৰি কৰিবলৈ গুচি গৈছিল বহুদূৰলৈ। ময়ো মেট্ৰিক পাছ কৰিলোঁ। ভাবিছিলোঁ আন ল'ৰাবোৰৰ দৰেই অনুপমে চাকৰি কৰি মোক পাহৰি যাব বুলি। কিন্তু ধাৰণা একেবাৰেই ভুল আছিল। অনুপমে মোক পাহৰি নগ'ল। কোম্পানীৰ চাকৰি ক্ষন্তেকীয়া। অনুপম ঘৰলৈ গুচি আহিছিল কেৱল মোৰ বাবেই। অনুপমে এটা সিদ্ধান্ত ল'লে। তেওঁ এটা স্থায়ী সংস্থাপন লৈ মোক লৈ যাব । কিন্তু কথাতে কয় নহয় "ভবা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি।" সেই কথা বিধিটোৱে অনুপমৰ পাছ নেৰিলে। সি মোক পাহৰি পেলাইছিল। মোক পাহৰি গুচি গৈছিল ক'ৰবালৈ। সি মোৰ জীৱনতকৈয়ো মৰমৰ আছিল। যাবৰ বেলিকা মোক কথা এষাৰো নক'লে। জান মনমী, আঠ ন বছৰে মোৰ ভালপোৱাৰ পৰিণাম এয়াই। বহুত দিনৰ মূৰত শুনিছিলোঁ অনুপমে হেনো বিদ্ৰোহীদলত যোগদান কৰিছেগৈ। আৰু আজি বিহুৰ প্ৰথম দিনাই এজন ল'ৰাই আহি খবৰ দি থৈ গৈছিলহি হুঁচৰি অহাৰ। মোৰ মনটো অনুপম গুচি যোৱাৰ দিনাৰ পৰাই বেদনাৰে ভৰি আছিল, আৰু আজি সেই অনুপমেই আহি হুঁচৰি গাই থৈ গ'লহি। বিহু গাই থাকোতেই অনুপমে মোক মাতি নি কৈছিল, শিখা তোমাক দিয়া প্ৰতিশ্ৰুতি মই পালন কৰিব নোৱাৰিলোঁ। আজি এই বিহুৰ দিনা তোমাক মোৰ মৰমৰ উপহাৰ হিচাপে দিবলৈ একো নাই। আছে মাথো নয়ন ফালি ওলাই অহা দুধাৰি অশ্ৰু। মোক ক্ষমা কৰি দিবা শিখা। মই এষাৰ মাত অনুপমক দিব পৰা নাছিলোঁ। আৰু তাৰ পাছত মোৰ কি হৈ গৈছিল মই নাজানো মনমী ...... ◆◆

# বন্ধুত্বৰ এনাজৰী

✍ নাচিমা বেগম
স্নাতক (প্ৰথম বৰ্ষ)

অমানিশাৰ অন্ধকাৰ নিশা। পৰীক্ষাৰ সময় সমাগত। ক্ষীপ্ৰকালীন গতিৰে পৰীক্ষাৰ বাবে প্ৰস্তুতি চলাইছোঁ। কিন্তু মোৰ আজি পঢ়াত অলপো মন বহা নাই। বাৰে বাৰে মনটো উৰা মাৰিছে অতীতলৈ। অতীতৰ কিছুমান স্মৃতি যিবোৰক হয়তো কোনোদিনেই মানসপটৰ পৰা মচি পেলাব নোৱাৰিম। স্মৃতি সদায়েই মধুৰ। কিন্তু মোৰ বাবে স্মৃতি কেৱল দুখৰহে।

ল'ৰালি কালটো আন বহুতৰ দৰেই মোৰো অতিবাহিত হৈছিল হাঁহি-ধেমালিৰ মাজেৰে। মা-দেউতা দুয়োজনেই চৰকাৰী চাকৰিয়াল হোৱাৰ বাবে মোক ঘৰত থৈ যোৱাৰ বাবে আইতা আহিবলগীয়া হৈছিল। লাহে লাহে বাৰ্দ্ধক্যজনিত কাৰণত আইতা অহাৰো অসুবিধা হৈছিল। সেয়েহে মই সময়তকৈ আগতেই বিদ্যালয়লৈ যাব লগা হৈছিল।

প্ৰথমদিনা বিদ্যালয়লৈ গৈ মই এজনী বাধ্য ছোৱালীৰ দৰেই নিজৰ আসনত মনে মনে বহি আছিলো। ঠিক অলপ সময়ৰ পাছতেই এজনী ছোৱালী আহি মোৰ কাষত বহিছিলহি। তাই খুব আন্তৰিকতাৰেই মোৰ লগত চিনাকি হৈছিল। তাই মোক সুধিছিল। 'তোমাৰ নাম কি ?'

'মনমী' মোৰ চমু উত্তৰ।

কিছু পৰ কথোপকথনৰ পাছত তাইৰ নাম ময়ূৰী বুলি গম পাইছিলো। প্ৰথম চিনাকিতে মোৰ কোমল অন্তৰৰ ময়ূৰীৰ অমায়িক ব্যৱহাৰে সাঁচ বহুৱাইছিল। ঘৰত সদায় উৎপাত কৰা, বিদ্যালয় বুলিলে কন্দা-কটা কৰা মইজনী হঠাৎ বহুত সলনি হৈ গ'লো। ময়ূৰীৰ লগ পাই বিদ্যালয়ৰ সকলো পৰিবেশ মোৰ ভাল লাগিল। তাই আৰু মোৰ মনৰ মাজত অভূতপূৰ্বভাৱে সাদৃশ্য আছিল। লাহে লাহে প্ৰাইমেৰী বিদ্যালয় পাৰ হৈ আমি মধ্য ইংৰাজী বিদ্যালয় পালোহি। পঢ়া-শুনাত আমি দুয়োজনী প্ৰায় সমানেই আছিলো। ময়ূৰী আৰু মোৰ মাজত কোনোদিন কথাৰ কটাকটিও হোৱা নাছিল। বিদ্যালয়ত আমাৰ দুয়োজনীৰ বন্ধুত্বৰ বাবে বহুতৰে হিংসাৰ পাত্ৰও হ'ব লগা হৈছিল। ময়ূৰী আছিল অত্যন্ত গহীন। যিটো আছিল তাইক ভাল লগাৰ মোৰ অন্যতম কাৰণ। ভদ্ৰ, অমায়িক পৰোপকাৰী ছোৱালীজনীয়ে মোক সকলো কথাই খুলি কৈছিল, কোনো সমস্যাৰ সন্মুখীন হ'লে দুয়োজনীয়ে

আলোচনা কৰি সমস্যা সমাধান কৰিছিলো। এনে ধৰণেৰেই আমাৰ বন্ধুত্বই পূৰ্ণ ৰূপ পাইছিল। লাহে লাহে প্ৰৱেশিকা পৰীক্ষাৰ কাষ চাপিছিল। পৰীক্ষাত আমি দুয়োজনীয়েই একেটা বিভাগত ভালকৈয়েই উত্তীৰ্ণ হ'লো। পৰীক্ষাৰ আগতেই ঠিক কৰি ৰখা কলেজৰে আমাৰ সপোন সাকাৰ ৰূপ পাইছিল। দুয়োজনীয়ে এদিন সোণৰ ফুলৰ ৰঙেৰে সপোন বুলাই কলেজত ভৰি থৈছিলো। দুচকুত তেতিয়া তিৰবিৰাইছিল অযুত সপোনে।

ময়ূৰী কলেজলৈ আহে, কিন্তু খুব মন মাৰি থাকে। তাইৰ শৰীৰটোও বৰ দুৰ্বল দেখা গৈছিল। স্পষ্টকৈ ধৰিব পৰা যাব যে তাই কিবা ৰোগত ভুগি আছে। এদিন তাইক মই কথাটো সোধাত তাই কেৱল হুকহুকাই কান্দিলে আৰু ক'লে যে তাই দুৰাৰোগ্য কৰ্কট ৰোগত ভুগি আছে। কৰ্কট ৰোগৰ চিকিৎসা ব্যয় যথেষ্ট উচ্চ হোৱাৰ বাবে ময়ূৰীৰ দেউতাক বৰ অসুবিধাত পৰিছিল। দেউতাক আছিল এটা কাৰ্যালয়ৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী। মোৰ মা-দেউতাই যিমান পাৰে সহায় কৰিছিল, কিন্তু তাইক ৰক্ষা কৰিব পৰা ক্ষমতা কাৰোৰে নাছিল। এদিন সকলোকে কন্দুৱাই তাই চিৰদিনৰ বাবে পৃথিৱীৰ পৰা বিদায় মাগিলে। ময়ূৰীৰ মৃত্যুত সকলোতকৈ অকলশৰীয়া হৈ পৰিলো মই। সকলো বিলাকেই মোৰ চকুৰ আগত ধূসৰ হৈ গ'ল। যাৰ কাৰণে পৃথিৱীখন এদিন ৰঙীণ দেখিছিলো সিয়েই মোক প্ৰৱঞ্চনা কৰি থৈ গ'ল।

"মনমী, তই এতিয়াও শোৱা নাই ? পৰীক্ষাৰ সময়ত বেছিকৈ টোপনি খতি কৰিলে অসুখ হ'ব।" দেউতাৰ মাতত মই বাস্তৱলৈ ঘূৰি আহিলোঁ। দেউতাক মই ক'ব খুজিছিলো যে মই পঢ়া নাই, মই অতীতৰ এটা স্মৃতিক ৰোমন্থন কৰিছোঁ, কিন্তু ক'ব নোৱাৰিলো। মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰো যে ময়ূৰী য'তেই থাকক ভগৱানে তাইক শান্তিৰে ৰাখক। ◆◆

# শিক্ষক

## (এক ব্যক্তিগত অনুভৱ)

✍ অৰ্ণমিত্ৰ গগৈ
উচ্চতৰ মাধ্যমিক (দ্বিতীয় বৰ্ষ)

*'তুমি জল, তুমি বায়ু, তুমিয়েই বেদ;*
*তোমাৰ ধৰ্মত, তোমাৰ মহিমাত নাই কোনো ভেদা-ভেদ।'*

মোৰ কথাৰে আজি মই শিক্ষকৰ ওপৰত, আজিৰ যুগ অনুসৰি কিছু কথা ক'বলৈ ওলাইছো। ঈশ্বৰৰ এই পৃথিৱীত, এজন ভাল শিক্ষক হ'ব পৰাটো মানুহ এজনৰ বাবে শ্ৰেষ্ঠতম কৃতিত্ব। মোৰ মতে, ভগৱানৰ অন্য এটা ৰূপ বা অন্য এটা নামেই হ'ল শিক্ষক। সেইবাবেই হয়তো কোৱা হয়, শিক্ষক হোৱাটো ভগৱানৰ এক অমূল্য আশীৰ্বাদ। বিশেষকৈ ছাত্ৰৰ জীৱনত শিক্ষক হৈছে এনে এজন ব্যক্তি যাৰ অবিহনে ছাত্ৰৰ জীৱন নিৰৰ্থক। ছাত্ৰই যে শিক্ষকৰ অবিহনে জীৱন গঢ়িব পাৰিব, সেই কথা কল্পনাৰো অতীত। কোনো ছাত্ৰৰ সাফল্যত মাক-দেউতাকৰ ওপৰতো শিক্ষকক প্ৰাধান্য দিয়া হয়। যেতিয়া এজন ব্যক্তিয়ে শিক্ষকৰ দৰ্জা লাভ কৰে, তেওঁ তেতিয়া বহুতো গুণৰ গৰাকী হয়। শিক্ষক এজনে সদায় নিজৰ সজ গুণ, উচ্চ আদৰ্শ ছাত্ৰকে তেওঁ দিবলৈ চেষ্টা কৰে। এই শিক্ষকেই হৈছে ছাত্ৰৰ জীৱনৰ আটাইতকৈ কাষৰ ব্যক্তি। যেতিয়া এজন শিক্ষকে শিক্ষাদান কৰে, তেতিয়া ছাত্ৰৰ ইমানেই কাষ চাপি আহে যে ছাত্ৰৰ লক্ষণ, ছাত্ৰৰ ভাল-বেয়া গুণ আদি বিনা সংকোচে কৈ দিব পাৰে। কোনো ছাত্ৰ যদি বিপথগামী হয়, তেতিয়া এজন শিক্ষকে ছাত্ৰজনক সৎপথলৈ আনিবৰ বাবে যথাসাধ্যে চেষ্টা কৰে। সেয়ে হয়তো শিক্ষকক ভগৱানৰ লগত তুলনা কৰা হয়। পৃথিৱীত সকলো ক্ষেত্ৰতে 'ভাল বা বেয়া' এই শব্দ দুটা প্ৰয়োগ হয়, কিন্তু শিক্ষকতাৰ ক্ষেত্ৰত ইয়াৰ 'বেয়া' শব্দটোৰ ব্যৱহাৰ নাই। ছাত্ৰৰ জীৱনত সকলো ছাত্ৰই শিক্ষকসকলক উচ্চ আসনত বহুৱা উচিত। মই আজি ক'বলৈ বাধ্য যে এজন শিক্ষকক অপমান কৰা বা তেওঁৰ বিষয়ে বেয়াকৈ ভবা ছাত্ৰই কেতিয়াও ভগৱানৰ আশীৰ্বাদ লাভ কৰিব নোৱাৰে। সেয়েহে যি ছাত্ৰই শিক্ষকক সন্মান নকৰি শিক্ষকক অপমান কৰে, তেনে ছাত্ৰৰ ভৱিষ্যত অন্ধকাৰ হয় আৰু এনে ছাত্ৰই এদিন আমাৰ সমাজত ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰিব পাৰে। ◆◆

# দোষ কাৰ ?

শ্ৰী ইন্দ্ৰশেখৰ শৰ্মা
স্নাতক (দ্বিতীয় বৰ্ষ)

মনলে উভতি আহে ল'ৰালি .......
তোৰে মোৰে এটি এটি ধেমালি ........

গানটো বাজি আছে চেলুনখনৰ ৰেডি'অটোত। চুলি কটাই থাকি উপভোগ কৰি থাকোঁতে নাপিতৰ হাতৰ কেৰামতি আৰু গানৰ সুৰৰ মূৰ্চ্ছনাই তাৰ মনটো ক্ৰমাৎ উৰাই নিলে ওপজা গাঁওখনলৈ। কিযে সুন্দৰ আছিল তাৰ ল'ৰালি কালৰ দিনবোৰ — নাছিল কোনো চিন্তা, নাছিল কোনো দায়িত্ব। প্ৰকৃতিয়ে দুয়োহাতে অকৃপণে দিছে গাঁওখনক । সিহঁতে মাথো উপভোগহে কৰিব লাগে । পাঠশালাত পঢ়া 'শুৱনি আমাৰ গাওঁখনি শুৱনি গছেৰে ভৰা' পদ্যটোৰে এইখন গাঁৰক লৈয়ে ৰচনা কৰিছিল যেন ভাৱ হয় । পথাৰত ধান, বাৰীত বছৰৰ সকলো ফল, শাকতলী, পাচলিবাৰী মুঠতে চাৰিওফালে প্ৰকৃতিৰ অকৃত্ৰিম প্ৰাচুৰ্য। দৈনন্দিন ব্যৱহৃত সকলোখিনিৰ বাবে কাৰো ওচৰত হাত নপতাকৈ চলি গৈছিল। গাওঁবাসীৰ নাছিল কোনো কৃত্ৰিমতা, আছিল প্ৰকৃতিৰ সন্তান গাঁওবাসী সৰল-সহজ । আত্মীয়তাৰে বান্ধ খোৰা গাঁওবাসীৰ অন্তৰত বিয়া, ভাওনা আদিত সকলো উবুৰি খাই পৰেহি। গৃহস্থ নিমিত্তহে হৈ ৰয়। বাকী সকলো যেন ৰাইজৰ দায়িত্ব। শাওনৰ শেষৰ ফালে নামঘৰত মেল বহে। জন্মাষ্টমীৰ ভাওনা, ভাওনাৰ মেলত মহিলাৰ বাহিৰে সকলো মানুহৰে অধিকাৰ থাকে । মাত মতাৰ নাট নিৰ্বাচন কৰোঁতে কোনেও বৰবায়ন আৰু বৰমেধিৰ কথাৰ ওপৰত মাত নামাতে । ডেকাহঁতৰ মন বুজি বায়নে ঠিক কৰে নাট। ভীমৰ বচনৰ কাৰণে মদন ককাইটি, কৃষ্ণৰ বাবে অমূল্য পেহা একেবাৰে সঠিক নিৰ্বাচন। ভীমৰ ভাৱত মদন ককাইটিয়ে যেতিয়া নামঘৰৰ মজিয়াত ভৰিৰ গোৰোহনি মাৰে, একোলৈকে ভয় নথকা তীখৰ কেইটাও মাকৰ কোলাত তাপ মাৰে। মাইকী ভাওৰ কাৰণে বীৰেশ্বৰ সদা সাজু, নাম যদিও বীৰেশ্বৰ খোজে-কাটলে তেনেই হালিজালি যায়। সিঁহতে মৰমতে মাতে 'লাহৰী গাওঁখন যদিও হিন্দু প্ৰধান, তথাপিও কাষৰ 'মুচলপুৰ'ৰ হামিদা, কৰিম, মোস্তাফহঁতৰ কমলহঁতৰ গাঁৰৰ সকলোৰে অবাধ মিলামিছা। ভাওনাত হামিদা, ৰেহেনাহঁত আহি সোণতলীৰ জেউতি অমিয়াহঁতৰ আলহী হয়হি; নামঘৰৰ বাহিৰৰ ৰভাৰ তলত একেলগে চায় ভাওনা, ঈদৰ দিনাও ৰেহেনা, হামিদাৰ ঘৰত পোলাও, চেৱৈৰ জুতি কমলহঁতেও পায় । একমাত্ৰ ধৰ্মৰ বাহিৰে কোনেও ক'ব নোৱাৰে যে এই দুখন গাঁও কিহত পৃথক। একেটা ঘাটৰ পানী খাই, একেখন পথাৰতে হাল বাই, বল খেলি ডাঙৰ হৈছে দুইখন গাঁৰৰ মানুহ।

কমলহঁতৰ পাঁচজনীয়া পৰিয়ালটোত মাক-দেউতাকৰ বাহিৰে কমল, ভায়েক বিমল আৰু ভনীয়েক বিনীতা; পৰিয়ালটোৰ আকালো নাই, ভৰালো নাই। ভৰালত ধান উভৈনদী, সৎ, চৰিত্ৰবান মাক-দেউতাকৰ ছত্ৰছায়াত সিহঁত তিনিওটা হৈ উঠিছিল কৰ্মঠ, সত্য নাৰায়ণ আৰু পৰিশ্ৰমী। সেইবাবে কমলে দ্বিতীয় বিভাগত মেট্ৰিক পৰীক্ষা পাছ কৰিছিল। মাত্ৰ পাঁচ নম্বৰৰ বাবে প্ৰথম বিভাগ নোপোৱা কমলৰ এই ৰিজাল্ট যদিও সি নিজে সন্তুষ্ট নাছিল তথাপি তাৰ দৰে এটা পৰিশ্ৰমী সৎ ল'ৰাক শুভেচ্ছা জনাবলৈ সকলো উবুৰি খাই পৰিছিল তাৰ ঘৰত। দেউতাক মাকৰ উজ্বল মুখেই প্ৰমাণ কৰিছে তেওঁলোক বৰপুত্ৰৰ পৰীক্ষাৰ কৃতকাৰ্যতাত সুখী।

কমলৰ মোমায়েক চহৰত থাকি চৰকাৰী চাকৰি কৰে। তেঁৱেই ভাগিনীয়েকক চহৰতে তেওঁৰ ঘৰত থাকি হায়াৰ চেকেণ্ডেৰী পঢ়াৰ প্ৰস্তাৱ দিলে। কমলে দুবাৰ চহৰলৈ গৈ এডমিছনৰ যাৱতীয় কাম-কাজ কৰি ক্লাচ আৰম্ভ হোৱাৰ দুদিন আগত একেবাৰে চহৰত থাকিবলৈ বুলি ঘৰৰ পৰা ওলাই আহিল। পুতেকেনো চহৰত ক'ত আৰু খৰিচা, ঢেকীয়া খাবলৈ পাব বুলি মাকে সকলো বান্ধি লগতে নিজে ভজা পিঠা মোমায়েক-মামীয়েকলৈ বুলি দি পঠালে। বিদায় বেলাৰ দুখ সামৰি এক নতুন জীৱনৰ আশাত কমল চহৰ পালেহি। সোনকালে উঠাৰ অভ্যাস থকা কমলে পিছদিনা মোমায়েকৰ ঘৰৰ বাৰান্দাতে খোজকাঢ়ি আছিল। ঘৰখনৰ বাকীসকল শুই উঠাই নাই। চহৰত চাগৈ এনেকুৱাই হয়, কমলে ভাবিলে। তাৰ মনত পৰিল গাঁৱত এই সময়ত সকলো ব্যস্ত হৈ পৰে এটা নতুন দিনক আদৰিবলৈ। এনেতে গেটখনতে হকাৰটোৱে বাতৰিখন হাতত তুলি ল'লে। প্ৰথম পৃষ্ঠাতে ছবিসহ হেডলাইন- গোষ্ঠীগত সংঘৰ্ষত উত্তাল সোণতলী। কমলে উশাহ নসলোৱাকৈ

পঢ়ি গ'ল, সোণতলী গাঁৱত যোৱা নিশা হোৱা এক গোষ্ঠীগত সংঘৰ্ষত মহিলা শিশুসহ প্ৰায় সত্তৰজন গাঁওবাসীৰ মৃত্যু। শতাধিক আহত । কমলে উচ্চস্বৰে চিঞৰিবলৈ ধৰিলে, "মামা-মামী উঠক। মাহঁতৰ কিবা হ'ল। মই ঘৰলৈ যাওঁ।" কমলৰ চিঞৰত মামা-মামীয়েক একে কোবে উঠি তাৰ কাষ পালেহি। কমল তেতিয়া উন্মাদপ্ৰায় । মোমায়েকে সাৱটি ধৰি চকিত বহুৱাই শান্ত কৰা চেষ্টাত থাকোতেই মামীয়েকে পঢ়ি গ'ল নিহতসকলৰ নাম।

কমল, মোমায়েক-মামীহঁত যেতিয়া গৈ সোণতলী পালেগৈ, তেতিয়া সোণতলী গাঁওখনত যেন অতীত মাত্ৰ। যেনি-তেনি মৰি পৰি থকা গৰু, ছাগলী, আধাপোৰা ঘৰ, সিহঁতৰ ঘৰৰ আগফালৰ দুয়োটা ধানৰ ভড়ালৰ পৰা তেতিয়াও ধোঁৱা ওলাই আছে। মাক-দেউতাক, ভায়েক, ভনীয়েক সকলো জ্বলি ছাঁই হৈ গৈছে। ঘৰৰ গোহালিত বান্ধি থোৱা অৱস্থাতে মৰি আছে কমলৰ মৰমৰ গাই 'লখিমী'।

এনেতে নাপিতে মাত মতাত কমলে উচপ খাই উঠিল। চকুদুটি চলচলীয়া হৈ পৰিছিল। তেতিয়া মাত্ৰ কমলে এটাই কথা ভাবি আছিল এই পৰিস্থিতিৰ বাবে দোষ কাৰ ?

( 'দৈনিক জনমভূমি ১১/০৮/০৬ তাৰিখে প্ৰকাশিত যুদ্ধ, বাংলাদেশৰ অসম আক্ৰমণ' শীৰ্ষক বাতৰিৰ আলমত)◆◆

# জীৱনেও সুঁতি সলায়

✍ মানস গগৈ
উচ্চতৰ মাধ্যমিক (প্ৰথম বৰ্ষ)

অভিলাষ আৰু শ্ৰীবাস্তৱ দুয়ো ককাই-ভাই। সিহঁত সৰু হৈ থাকোঁতেই মাকৰ মৃত্যু হৈছিল। গতিকে দেউতাকে ৰাতিপুৱাৰ পৰা সন্ধিয়া পৰলৈকে ৰিক্সা চলাই তিনিজনীয়া পৰিয়ালটো পোহ পাল দি আছিল। বহুদিনৰে পৰা মেলেৰীয়া বেমাৰত ভুগি থকাৰ বাবে দুৰ্বল হৈ পৰিছিল। অভিলাষ ডাঙৰ, গতিকে সি দেউতাকৰ দুখ-কষ্টৰ কথা বুজি পাই নৱমমান শ্ৰেণীতে স্কুলীয়া জীৱনৰ সামৰণি মাৰিলে। তেতিয়া শ্ৰীবাস্তৱ সপ্তম শ্ৰেণীত আছিল। অৱশেষত টকাৰ অভাৱত দেউতাকৰ মৃত্যু হ'ল। অভিলাষ, শ্ৰীবাস্তৱে দেউতাকৰ মৃত দেহটো সাৱটি ধৰি কান্দিবলৈ ধৰিলে। এয়াই জীৱন নেকি বাৰু ? নে এয়া জীৱন নামৰ এখন দুখৰ নাটকৰ পৰিসমাপ্তি?

অভিলাষ আৰু শ্ৰীবাস্তৱক চহৰত থকা মোমায়েকজনে নিবলৈ আহিল, কিন্তু অভিলাষ যাবলৈ মান্তি নহ'ল। দেউতাকে বহু কষ্টৰে সাজি থৈ যোৱা ঘৰটোতে দুয়ো ভাতৃয়ে হাঁহি-ধেমালিৰে কটাব বুলি ভাবিছে। অভিলাষ এতিয়া কাম কৰিব। যি কোনো কাম। যি কাম কৰিল দুয়ো এসাজ খাব পাৰে আৰু শ্ৰীবাস্তৱকো পঢ়ুৱাব পাৰিব।

অভিলাষে কষ্টৰ ফল লাভ কৰিলে, মানে ভায়েক বাস্তৱে পাঁচটা বিষয়ত লেটাৰ নম্বৰ পাই জিলাৰ ভিতৰত প্ৰথম স্থান লাভ কৰিলে। স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী, বন্ধু-বান্ধৱ, গাঁও আৰু নগৰৰ বহুজনে বাস্তৱক শুভেচ্ছা তথা উপহাৰো যাচিলে। ভায়েকৰ এই কৃতিত্বৰ বাবে ঘৰখনত উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হ'ল।

এনেকৈয়ে এদিনাখন শ্ৰীবাস্তৱ বি. এ. পাছ কৰি বিশ্ববিদ্যালয়ত পঢ়িবলৈ ইচ্ছা কৰিলে, কিন্তু সি ভাবিলে দাদাই ইমানবোৰ টকা ক'ত পাব, মই আৰু নপঢ়োঁ। দাদাকো কষ্ট কৰিব নিদিওঁ। দাদাক মই কামত সহায় কৰিম। সি অভিলাষক ক'লে, "দাদা, এতিয়া আৰু মই নপঢ়োঁ। চাকৰিহে বিচাৰিম আৰু মই চাকৰি পালে আমি দুয়ো আনন্দৰে জীৱন কটাম।" অভিলাষে ক'লে — অসম্ভৱ। তই পঢ়িব লাগিব, অন্তত স্নাতকোত্তৰ ডিগ্ৰীটো লৈ ল।" ককায়েকৰ কথা পেলাব নোৱাৰি বিশ্ববিদ্যালয়ত এড্‌মিশ্যন ল'লে। সি হোষ্টেলত নাথাকি মনোজ বৰুৱা নামে এজন ব্যক্তিৰ ভাড়া ঘৰত থাকিবলৈ ল'লে। শ্ৰীবাস্তৱে মনোজ বৰুৱাক খুড়া বুলি সম্বোধন ধৰে। অভিলাষে বহু কষ্টৰে উপাৰ্জন কৰি মাহৰ শেষত ভায়েকক টকাকেইটা দি আহেগৈ আৰু ভায়েকক আহিবৰ সময়ত মনপুতি পঢ়িবলৈ উপদেশ দি আহে। অভিলাষ যোৱাৰ পাছত শ্ৰীবাস্তৱে দেউতাকৰ মুখখনলৈ মনত পেলাই, ককায়েকে দি থৈ যোৱা ধনকেইটা যাতে সদব্যৱহাৰ কৰিব পাৰে তাকে চিন্তা কৰে।

মনোজ বৰুৱাই প্ৰায়ে শ্ৰীবাস্তৱৰ খবৰ লয়। মাহত এবাৰ হ'লেও বাস্তৱৰ ওচৰলৈ আহে। পঢ়া-শুনাত যথেষ্ট ভাল বাবে শ্ৰীবাস্তৱক বৰুৱাই যথেষ্ট মৰমো কৰিছিল আৰু কেতিয়াবা

ঘৰলৈকো মাতি থৈ যায়।

আজি ৰবিবাৰ। পুৱাৰে পৰাই কিনকিনীয়া বৰষুণজাক দি আছে। দিনটো আমনি লাগিছে। এতিয়া তিনি বাজিল। কি কৰো বুলি ভাবি মনোজ বৰুৱালৈ মনত পৰিল। মানুহজনে ইমান মৰম কৰে, ঘৰলৈ মাতে, কিন্তু যাবলৈ এদিনো সময় নহয়। আজি বৰুৱা খুড়াৰ ঘৰলৈ যাম বুলি ভাবি অৱশেষত ৰাওনা হ'লো।

দীঘল বাস্তাৰে বৰুৱা খুড়াৰ ঘৰলৈ সোমাই গ'লো। তেতিয়া প্ৰায় সন্ধিয়া হ'ল। বৰুৱা খুড়া ঘৰত নাছিল। তেওঁৰ জীয়েক মনিষাহে ঘৰত আছিল। মণিষাই প্ৰথমে চিনাকি হৈ বহিবলৈ ক'লে। ছোৱালীজনী দেখাত খুবেই মৰম লগা। আচৰণ মাৰ্জিত। মৰমসনা হাঁহি। ক্ষন্তেকতে মোৰ হৃদয় মন কাঢ়ি নিলে। ক'ব নোৱাৰাকৈয়ে মই তাইৰ প্ৰেমত পৰিলো। বুকুখনৰ কোনোবা এটা কোণত পলকতে খোদিত হৈ গ'ল মনিষাৰ নাম।

আজিকালি প্ৰায়েই বৰুৱা খুড়াৰ ঘৰলৈ যাওঁ। মনিষা আৰু মোৰ মাজৰ সম্পৰ্ক ক্ৰমে দৃঢ় হৈছে। বৰুৱা খুড়ায়েও কথাবোৰ গম পালে। কোনেও আপত্তি নকৰিলে।

অৱশেষত এম এৰ ৰিজাল্ট ওলাল। আশা কৰা মতেই ৰিজাল্ট পালো। ৰিজাল্টৰ খবৰ পাই মনোজ বৰুৱা আৰু তেওঁৰ জীয়েক মণিষা উৎফুল্লিত হৈ উঠিল। এদিনাখন মই এটা ডাঙৰ চাকৰি পালো। মণিষাক বিয়া কৰাই যুগ্ম জীৱনৰ পাতনি মেলিলো।

শ্ৰীবাস্তৱে পাহৰি গ'ল ককায়েক অভিলাষৰ কথা। অভিলাষে ভায়েকৰ ৰিজাল্টৰ খবৰ শুনি তাৰ ভাড়া ঘৰটোলৈ আহিল । কিন্তু তাক লগ নাপায় ঘূৰি যাবলগীয়া হ'ল। এইদৰে ককায়েক তিনি চাৰিদিন আহি ঘূৰি যাবলগীয়া হৈছে। শ্ৰীবাস্তৱে পাহৰি গ'ল যে ককায়েকৰ বাবেই সি কলেজ, বিশ্ববিদ্যালয়ত পঢ়িবলৈ পাইছিল। পাহৰি গ'ল যে এমুঠি অন্নৰ বাবে, এডোখৰ বস্ত্ৰৰ বাবে কেনেকৈ মানুহৰ ওচৰত হাত পাতিবলগীয়া হৈছিল। এবাৰো সি ককায়েকৰ দুখ-কষ্টৰ কথা ভাবি চাইছেনে ? শ্ৰীবাস্তৱে মনোজ বৰুৱা আৰু জীয়েক মনিষাৰ জালত বৰ বেয়াকৈ বন্দী হ'ল। শেষত অভিলাষে ভায়েকৰ কোনো সন্ধানে উলিয়াব নোৱাৰিলে। সি বাৰু আন ভাড়াৰ ঘৰলৈ গ'ল নেকি ? বহুদিন চিঠিও দিয়া নাই। অনেক প্ৰশ্নই আবৰি ধৰিছে অভিলাষক। উত্তৰ কিন্তু শূন্য। শ্ৰীবাস্তৱ তাৰ মৰমৰ আছিল। অভিলাষে শ্ৰীবাস্তৱক নিজৰ প্ৰাণতকৈও বেছি ভাল পাইছিল। সৰুৰে পৰা শ্ৰীবাস্তৱক অভিলাষেই ডাঙৰ-দীঘল কৰিছিল । হঠাৎ সি যে হেৰাই যাব অভিলাষে কাহানিও ভবা নাছিল।

এদিনাখন গাঁৱৰে ল'ৰা এটাই অভিলাষক ক'লে যে সি হেনো এটা ডাঙৰ চাকৰি পালে আৰু তাতেই সংসাৰ পাতিলে। সেইদিনা অভিলাষ ধৈৰ্যহীন হৈ পৰিল। সেইদিনাৰ পৰাই মাক-দেউতাক মৰি যোৱাৰ দৰেই শ্ৰীবাস্তৱকো পাহৰি যাব। তাৰ প্ৰতি থকা প্ৰেম, বিশ্বাস সকলো শেষ হৈ যাব।

অভিলাষে গাওঁ এৰি চহৰলৈ গুচি আহিল আৰু চহৰলৈ আহি ৰিক্সা চলাবলৈ ধৰিলে। ভায়েক শ্ৰীবাস্তৱো সেইখন চহৰতেই থাকে। চহৰখনতেই থকা চাৰি আলিটোৰ পৰাই শ্ৰীবাস্তৱ চাকৰিলৈ যায়। চাকৰিটো মনোজ বৰুৱাই যোগাৰ কৰি দিছে। অফিচৰ আগত ৰিক্সাখন ৰখাই শ্ৰীবাস্তৱে ৰিক্সাৱালাজনক তিনি টকা এটা দিলে। তিনি টকাত নহব চাহাব পাঁচ টকা দিয়ক। আজিকালি আমাৰ পৰিশ্ৰমৰ মূল্য আছে বুলি ক'লত শ্ৰীবাস্তৱৰ খং উঠি গ'ল। সদায় তিনি টকাত আঁহো অৰ্থাৎ আজি দুটকা বঢ়াৰ কাৰণ কি ? ৰিক্সাৱালাজনে বাৰে বাৰে উপযুক্ত দামটো বিচৰাৰ কাৰণে খঙত একো নাই হৈ ৰিক্সাৱালাৰ গাত হাত তুলিবলৈ গৈ শ্ৰীবাস্তৱত থমকি ৰ'ল। মলিয়ন কাপোৰ, দীঘল চুলি-দাঢ়িৰে আবৰা এইজন দেখোন তাৰেই ককায়েক অভিলাষ।

সেইদিনাখন মোৰ দুগাল ভৰি পৰিল চকু পানীৰে। মই কৰা ভুলৰ বাবে হয়তো দাদায়ে মোক কেতিয়াও ক্ষমা কৰি নিদিব। মই হাত দুখনেৰে মুখখন ঢাকি হুকহুকাই কান্দিবলৈ ধৰিলো। মই দাদাৰ ভৰিত পৰি ক্ষমা বিচাৰিলো। হাত দুখনত ধৰি 'নাকান্দিবি ভাইটি' বুলি কৈ অভিলাষে শ্ৰীবাস্তৱক সাৱটি ধৰিলে আৰু ক'লে "মানুহ মাত্ৰেই ভুল হয়। গতিকে এবাৰ-দুবাৰ ভুল হোৱাটো কোনো ডাঙৰ কথা নহয়।" ◆◆

# হেড ক্লাৰ্ক

শ্ৰী মহেন্দ্ৰ শৰ্মা,
কাৰ্যালয় অধীক্ষক

আজি কাৰ্যালয়ত কাম নাই। এনেয়ে বহি আছোঁ। নিজৰ চকীখনত নবহি আলহী বহিবলৈ দিয়া চকীখনত বহি লগৰ এজনৰ লগত কথা পাতি আছোঁ। এনেতে এগৰাকী ভদ্ৰ মহিলা কাৰ্যালয়লৈ আহি মোক সুধিলে, 'হেড ক্লাৰ্ক আছেনে নাই ?'

ময়েই হেড-ক্লাৰ্ক । ইফালে মোকেই সুধিছে হু কি আচৰিত কথা। যি কি নহওক নিজৰ পৰিচয় নিদি সুধিলোঁ, ' 'আপোনাৰ কিবা কাম আছে যদি কওক।'

তেওঁ ক'লে, 'হেড ক্লাৰ্কৰ বাহিৰে মোৰ এইটো কাম কোনেও কৰিব নোৱাৰে।'

ইয়াকে কৈ মহিলাগৰাকী ওলাই গ'ল। তাৰ পিছত আমাৰ কাৰ্যালয় সহায়িকা শ্ৰীমতী শইকীয়াক সুধিলে, ' হেড ক্লাৰ্কগৰাকী ক'ত আছে, কওকচোন ।'

শ্ৰীমতী শইকীয়াই ক'লে, ' তেখেত নিজৰ কোঠাতে আছে। এইমাত্ৰ মই লগ কৰি আহিলোঁ।'

'ক'তা ? মই চোন লগ নাপালোঁ।'

'আহকচোন, মই লগ কৰাই দিছোঁ।'

শ্ৰীমতী শইকীয়াই তেওঁক লগতে লৈ আহি মোক দেখুৱাই দি গুচি গ'ল।

মহিলাগৰাকীয়ে মোলৈ চাই চক্ খাই উঠিল। লাজো পালে অলপ। চুচুক-চামাককৈ মোৰ টেবুলখনৰ কাষ চাপি আহি ক'লে, 'বেয়া নাপাব দেই। মই আকৌ হেড ক্লাৰ্কগৰাকী বয়সীয়া মানুহ হ'ব বুলিহে ভাবিছিলোঁ।'

মই আৰু একো নক'লোঁ। মহিলাগৰাকীৰ কামটো কৰি দিলোঁ। ধন্যবাদ জনাই তেওঁ বিদায় ল'লে।

সাধাৰণ ঘটনা। কিন্তু ঘটনাটোৱে মোক ভবাই তুলিলে। কমবয়সীয়া হোৱাৰ বাবে মই কিবা হেড-ক্লাৰ্কৰ গুণ আৰ্জন কৰা নাই নেকি ? কাৰ্যালয়ৰ বাবে উপযুক্ত হেড ক্লাৰ্ক হ'বৰ বাবে বয়সস্থ হ'বই লাগে নেকি ? .....ঘৰলৈ আহি আইনাৰ আগত বহি চুলিবিলাকত পাউদাৰ দি বগা কৰি নিজৰ ৰূপটো নিজেই চালোঁ।

এনেতে মোৰ ঘৰৰ মানুহজনী আহি মোলৈ চাই বিচুতি খালে। চকুহাল কপালত তুলি তেওঁ ক'লে, 'কলেজৰ পৰা আহি আপুনি এনেকৈ বুঢ়াৰ ভেশচন লৈছে যে। হ'লনো কি আপোনাৰ?'

মই আৰু কি ক'ম ? শ্ৰীমতীলৈ চাই মিচিকিয়াই হাঁহিলো।◆

# আমি সোঁহাতেৰে লিখোঁ কিয় ?

— পপী শৰ্ম্মা
উঃ মাঃ প্ৰথম বাৰ্ষিক

মানুহৰ মগজুটো সোঁ আৰু বাওঁ দুটা অংশত বিভক্ত। এই দুয়ো অংশই আকৃতিগত ভাৱে সমান। কিন্তু দেখা যায় যে এটা ফাল আনটো ফালতকৈ বেছি কাৰ্যকৰ। মগজুৰ সোঁ আৰু বাওঁফাল দুটাৰ ভিতৰত বাওঁ ফালটো অধিক কাৰ্যকৰ। মগজুৰ যি দুটা অংশ, তাৰ এটা এটা অংশৰ দায়িত্ব শৰীৰৰ এটা এটা ফালে লয়। বাওঁফালৰ ওপৰত শৰীৰৰ সোঁফালৰ দায়িত্ব আৰু সোঁফালৰ ওপৰত শৰীৰৰ বাওঁফালৰ দায়িত্ব। আমাৰ মগজুৰ বাওঁফালটো সোঁফালতকৈ অধিক কাৰ্যকৰ বাবেই আমি সোঁহাতেৰে লিখোঁ আৰু সৰহ কাম সোঁহাতেৰেই কৰোঁ।

কিন্তু কোনো কোনো মানুহে বাওঁ হাতেৰেও লিখে। ইয়াৰ কাৰণ হ'ল- তেনে লোকৰ মগজুৰ সোঁফালটো বেছি কাৰ্যকৰ। অৱশ্যে কিয় এনে হয় তাৰ কাৰণ এতিয়াও জানিব পৰা হোৱা নাই। ◆◆

# মোৰ কল্পনাৰ প্ৰেয়সী

ৰিয়াজ আলি
স্নাতক প্ৰথম বৰ্ষ

মোৰ কল্পনাৰ প্ৰেয়সী
অথচ তোমাক মই কেতিয়াও দেখা নাই
লগে পোৱা নাই।

হয়তো কেতিয়াবা দেখিছো তোমাক
মোৰ মনৰ কল্পনাতে
হয়তো কেতিয়াবা সপোনতে।

নাজানো মই কেনেকুৱা তুমি
মোৰ দৰে সঁচাকৈয়ে সঁচানে
নে সপোনহে মাথো।

জানিবৰ মন যায় তোমাৰ বিষয়ে
তোমাৰ অনুভৱৰ বিষয়ে
তোমাৰ আশাবোৰৰ বিষয়ে।

মোৰ কল্পনাৰ প্ৰেয়সী তুমি
তোমাৰ কল্পনাতে এতিয়া মোৰ
প্ৰতিটো দিন আৰু প্ৰতিটো ৰাতি।

এতিয়া মোৰ প্ৰতিটো মূহুৰ্ত পাৰ হয়
কল্পনাৰ সাগৰত তোমাৰ কথাকে ভাবি
হয়তো তুমি এদিন আহিবা
মৰুময় মোৰ বুকুৰ মাজলৈ
এটুকুৰা মৰম হৈ

জোকাবাহি মোৰ আকুল প্ৰাণ
মোৰ সুখ-দুখৰ লগৰী হৈ
এসাগৰ প্ৰেৰণা হৈ।

মোৰ কল্পনাৰ প্ৰেয়সী তুমি
তোমাক লৈয়ে এতিয়া মোৰ আশাবোৰ
আৰু মোৰ সপোনবোৰ

মোৰ জীৱনৰ বাটত
তুমিয়েই এতিয়া মোৰ
শেষ আশা আৰু কল্পনা। ◆◆





# মোৰ আহ্বান

মানসজ্যোতি কোঁৱৰ
উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষ

ঐক্যবদ্ধ আমি আলোকৰ সন্ধানী
আগবাঢ়ো আমি জীৱনৰ ৰূপ বিয়পাই
জনতাৰ মহাপ্ৰাণ জগাই তুলি
যাম আমি শান্তিৰ সৌৰভ বিলাই।।

কৰি যাম পূজা আমি শান্তি সুন্দৰৰ
প্ৰণাম জনাম আমি
মেলি যাম আমি নৱজীৱনৰ পাতনি
সৌন্দৰ্য্য সৃষ্টিৰ মহান মেলাৰ।।

ধ্বনি তুলিম আমি আকাশে বতাহে
জনতাক জনাই আহ্বান
অসাধ্য চেষ্টাৰ নাই বিফলতা
নৱজীৱনৰ এয়া নৱ অভিযান।।

বেদৰ অমোঘ বাণী সাৰ্থক হোৱাৰ
এয়াই যে অপূৰ্ব সময়
আঁহা আমি একেলগে একে সুৰে গাঁও
তমসো মা জ্যোতিৰ্গময়।◆◆

# বিদায়

✍ মঃ চামচুদ্দিন আহমেদ
উচ্চতৰ মাধ্যমিক (দ্বিতীয় বৰ্ষ)

সিদিনা শুনিলো মই
তোমাৰ মৃত্যুৰ বাতৰি,
নোৱাৰিলো ৰাখিব মই
মোৰ চকুপানী।
কিমান যে কৰিছিলোঁ
তোমাক আমনি।
মনত পৰিলে
কান্দে বুকুখনি।
কত আশা বুকুত বান্ধি
তুমি গ'লা গুচি,
তোমাৰ আত্মাই
পাওঁক শান্তি,
এয়ে মোৰ তোমালৈ
অন্তৰৰ শ্ৰদ্ধাঞ্জলি। ◆◆



# চিত্ৰলেখা ..... তুমি অনন্যা

✍ উদিত মহন
উচ্চতৰ মাধ্যমিক (প্ৰথম বৰ্ষ)

তুমি জীৱন
কল্পনাৰ আঁৰত লৈ
ভুমুকি মাৰা
অনন্ত সত্তা জীৱনৰ
ঢালি দিম তোমাৰ
আঁচলৰ ছাঁত
তুমি অনন্যা,
সৰিবা নিশা
নিয়ৰৰ টোপাল হৈ
দুহাত মেলি
থাকিম ৰৈ
মাথোঁ হিয়াৰ



সপোন তুমি।
জোনাক সৰা ৰাতি
সংগ মোৰ হ'বা আহি
কল্পনা নেওচি
বাস্তৱৰ ৰহন সানি
জ্বলি ৰবা
মোৰ দুচকুত
দুপাহি সেউজী
সপোন হৈ
শব্দ তুমি।
যেন উপহাৰ
আহিবা এদিন
বন্ধ কোঠাৰ
ৰুদ্ধ দুৱাৰ মেলি
এচাটি মলয়া হৈ
মায়াবিনী ৰাতি
গুপুতে তুমি
এধানি কলিতে সৰা গোলাপৰ
শুভ্ৰ পাপৰি তুমি
লিপি দিম তাত
কবিতা এফাঁকি
প্ৰেমৰ,
সত সহস্ৰ যুগৰ
আশাৰ নাচোন তুমি
দেওপাৰি ফুৰা
সপোনৰ মাজত
অকলে, নীৰৱে
এটি জোনাকী হৈ
আহিবা তুমি হু হুহু ◆◆

